# ৰাতিৰ ৰামধেনু

মালিক হাফিজুৰ ৰহমান





পূৰ্বাঞ্চল প্ৰকাশ
গোপীনাথ বৰদলৈ পথ : আমবাৰী
গুৱাহাটী - ৭৮১০০১

RATIR RAMDHENU : A novel written by Melia Hafizur Rahman and Published by Purbanchal Prakash, G. N. Bordoloi Road, Ambari, Guwahati-781001. Rupees Twenty five Only.

প্ৰকাশক : পূৰ্বাঞ্চল প্ৰকাশ, গোপীনাথ বৰদলৈ পথ, আমবাৰী গুৱাহাটী-১ ।।

।। ছপা : শ্ৰীলক্ষ্মী প্ৰেছ, ৩৬ ডি, বেথুন ৰো, কলিকাতা-৬ ।।

ৰচনাকাল : বহাগৰ পৰা আহিন ১৯৮৮ ইং

।। প্ৰথম প্ৰকাশ : অক্টোবৰ ১৯৯০ ।।

।। মূল্য : ২৫·০০ ( পচিশ ) টকা ।।

# অৱতৰণিকা

'ৰাতিৰ ৰামধেনু' উপন্যাসখনত অসমৰ গোৱালপাৰা আৰু কৰিমগঞ্জ জিলাত ইংৰাজ চৰকাৰ আমোলত প্ৰচলিত জমিদাৰী প্ৰথা, জমিদাৰী আমোলৰ সমাজৰ ৰীতি-নীতি, জমিদাৰসকলৰ জীৱনধাৰা, চৰিত্ৰ, শাসন-প্ৰণালী, প্ৰজা, ৰায়ত আৰু সেই সময়ৰ সমাজৰ ছবি দাঙি ধৰিবলৈ চেষ্টা কৰা হৈছে। ৰাতিৰ ৰামধেনুৰ চৰিত্ৰসমূহ বাস্তব ঘটনা আৰু সময়ৰ লগত মিলাই লিখা হৈছে আৰু কিছুমান চৰিত্ৰ কাল্পনিক। কাৰোবাৰ ব্যক্তিগত জীৱনৰ লগত যদি চৰিত্ৰসমূহৰ মিল আছে তাৰ বাবে ক্ষমা প্ৰাৰ্থনা বিচৰা হ'ল।

কিতাপখন লিখাৰ সময়ত সহায় লোৱা বিভিন্ন টোকা, কিতাপসমূহৰ তালিকা এখন শেষৰ ফালে দিয়া হ'ল।

মালিক হাফিজুৰ ৰহমান

## উছৰ্গা

ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য, বিশিষ্ট শিক্ষাবিদ মাননীয় শ্ৰীযুত কমলেশ্বৰ বৰাদেৱৰ কৰকমলত আৰু মৰম চেনেহৰ ধাৰ পৰিশোধ কৰিব নোৱাৰি মোৰ "ৰাতিৰ ৰামধেনু" উপন্যাসখন তেওঁৰ নামত উছৰ্গা কৰিলো।

মালিক হাফিজুৰ ৰহমান

# এক

বতাহজাক বলিছিল।

বতাহজাক পাতল, মৃদু আৰু ভাল লগা আছিল। গা-মন জুৰ পৰি যোৱা বতাহ।

সেউজীয়া ধাননিৰ ধানৰ পাতবোৰ কঁপিছিল। আহিন মাহৰ শান্ত, মৃদু নির্মল আবেলি। মন্থৰ গতিৰে গাওঁৰ পিছত গাওঁ, পথাৰৰ পিছত সেউজীয়া পথাৰ, সোণালী পথাৰ, খাল-বিল ; সৰু-বৰ টিলা থকা ওখোৰা-মোখৰা পথাৰ, নৈৰ পাৰে পাৰে, জান-জুৰি অতিক্রম কৰি সৰু-ডাঙৰ পাহাৰ, বাঁহবাৰী, নাৰিকলবাৰী, তামোলবাৰী আদি পাৰ হৈ বাছখন এজোপা আঁহত গছৰ তলত ৰৈ দিলে। গাওঁৰ চাৰিআলি বাছ ষ্টপেজ। গধূলি হওঁ হওঁ ; বেলি পৰি আহিছিল বাওঁফালে হৈ পশ্চিম আকাশৰ দিগন্তত। কিছু গাঁৱলীয়া মানুহৰ জুম, কিছু মানুহৰ ব্যস্ততা অহা-যোৱা। ওপৰত চিনাকি নীলা আকাশ, আকাশ-খনত কিছু উৰণীয়া বগা মেঘৰ চপৰা। মানুহৰ কোলাহল নাই তেওঁৰ ঠাইখিনি ভাল লাগিল, চিনাকি চিনাকি লাগিল, ভাল লাগিল কেঁচা ঘাঁহ-বন, মাটিৰ গন্ধ, গাঁৱলীয়া মাটি-পথাৰৰ গন্ধ। তগৰ, কৰবী ফুলৰ গন্ধ, নাহৰ শেৱালীৰ সুবাস।

'বাছ আৰু নেযায়'। বাছৰ কণ্ডাক্টৰে চিঞঁৰিলে। ইতিমধ্যে বাছৰ পৰা প্রায়বোৰ যাত্রী নামি গৈছিল। আৰু কোনেও কাকো নেমাতি কেনিবাদি গ'ল —নিজৰ নিজৰ গন্তব্য স্থানলৈ গ'ল।

'গাওঁৰ নাম নাহৰণী'। নিজকে নিজে কৈ হাতত চুটকেছটো লৈ বাছৰ পৰা নামি দিলে। "আহ আই আহ" কৈ এজন লক্কাছৰ ডেওনা পাৰ হোৱা মানুহ চুটকেছটো নিজৰ হাতত ললে আৰু খোজ দি পুনৰ ক'লে :

"দিনৰ ছুটা বজাৰ পৰাই আহিবা বুলি কৈ অপেক্ষা কৰি আছোঁ, এতিয়া

এন্ধাৰ হলেই। মই নাহিবা বুলিয়ে ভাবিছিলোঁ। ব'লা সোনকালে"—মানুহজনৰ মাতত কিছু আনন্দ মিহলি অভিযোগৰ সুৰ নিহিত হৈ আছিল যদিও মানুহজন প্ৰসন্ন আৰু উল্লসিত। নিজৰ ডাঙৰ ছোৱালীৰ দৰে এনিমাক পাই ফজিৰ মাষ্টৰ বহু বছৰৰ মুৰত আনন্দ মিহলি মিচিকি হাঁহি মাৰিলে। আগে আগে ফজিৰ মাষ্টৰ হাতত চুটকেছটো লৈ খোজ দিলে আৰু পিছে পিছে এনিমা, নাহৰণী গাওঁত খোজ কাঢ়ি যোৱাৰ বাহিৰে অন্য ব্যৱস্থা নাই। দুখন গাওঁ, কেইবাখনো পথাৰ, গাওঁৰ আলিবাট পাৰ হৈ ফজিৰ মাষ্টৰৰ ঘৰ পাওঁতে গাওঁৰ ঘৰে ঘৰে চাকি বন্তি জ্বলিছিল, চাৰিওফালৰ পৰা ৰাতিৰ এন্ধাৰ নামি আহিছিল। ওৰে দিনটো চহৰৰ পৰা নাহৰণী গাওঁলৈ বাছেৰে যাওঁতে এনিমাৰ ভাগৰ লাগিছিল; এনিমাৰ বাবে বাট চাই বৈ থাকি ফজিৰ মাষ্টৰো ভাগৰ লাগিছিল। ৰাতি আৰু বেছি কথা-বতৰা নহৈ মাষ্টৰে এনিমাক ক'লে: "বহুত দূৰৰ পৰা আহিছ নহয় আই, শুই থাক—কাইলৈ কথা পাতিম।" ৰাতি ভাত খোৱাৰ পিছত ঘৰৰ অন্য মানুহৰ লগত দুই এষাৰ কথা হৈ, চিনাকি হৈছিল।

ৰাতি বেছি হৈছিল—পৃথিবীৰ চাৰিওফালে আৰু নাহৰণী গাওঁত কেৱল ঘুটমুট এন্ধাৰ। কৰ্মব্যস্ত মানুহবোৰ লালকাল দি শুই পৰিছিল। কতো শাৰ-সুৰ নাই, চহৰৰ হাই-উৰুমি, ব্যস্ততা কোলাহল নাই, কেৱল নিৰৱতা ভৰা শান্ত ৰাতি আৰু শান্ত নিৰৱতা ভৰা, প্ৰাণময়তা ভৰা ৰাতিৰ মধুৰতা।

নাহৰণী গাওঁখনৰ নাম কোনে দিছিল জনা নেযায়। অসমৰ ভিতৰত পুৰণি আৰু গছ-গছনিৰে ভৰা, তামোল-পাণৰ বাৰী, খেতি-পথাৰেৰে ভৰা গাওঁ। মানুহবোৰৰ বেছি ভাগেই খেতিয়ক। হাল কোৰ মাৰি কায়িক পৰিশ্ৰম কৰি খোৱা মানুহ। মধ্যবিত্ত আৰু পেটে-ভাতে খোৱা পৰিশ্ৰমী খেতিয়ক মানুহ। দুই এজনে চহৰত পুলিচ, কেৰাণী, মহৰী, পিয়নৰ চাকৰি কৰে, চহৰত থাকে।

গাওঁৰ নিচেই কাষেদি বৈ গৈছে বাঘমৰা নৈখন। ভুটানৰ সৰু-ডাঙৰ পাহাৰ বগাই বৈ আহিছে আৰু লগত বৈ আহিছে সৰু-ডাঙৰ শিল-বালি। নিৰ্মল আৰু পৰিষ্কাৰ পানী। নাহৰণী গাওঁৰ মানুহৰ জীৱন কাহিনী—সুখ-দুখৰ লগৰী এই বাঘমৰা নৈখন। খৰালিকালত মাজে মাজে পানী থাকে আৰু বেছিভাগেই শুকাই যায়—বালি ওলাই

পৰে। বাৰিষা নৈখন জীৱন্ত হৈ পৰে, খৰস্ৰোতা পানীৰ সোঁত কেনে-কোটকাৰে বৈ আছে।

গাওঁখনত বাস কৰা মানুহ প্ৰায় একশ পঁচাছ ঘৰ। কেইঘৰ হিন্দু, কেইঘৰ মুছলমান কোনেও সঠিক হিচাপ ৰখা নাই যদিও বহুতৰ মতে গাওঁৰ উত্তৰকালৰ পঁচাছ ঘৰ মুছলমান, দক্ষিণৰ একশ ঘৰ হিন্দু। মুছলমান কেইঘৰৰ বাবে সুকীয়াকৈ গাওঁৰ নাম ৰখা হোৱা নাই। সকলোৰে গাওঁ নাহৰণী, হিন্দু, মুছলমান সকলোৰে। অসম দেশৰ গাওঁ হিন্দু-মুছলমানৰ ভেদাভেদ নোহোৱাকৈ যুগ যুগ ধৰি বাস কৰি আহিছে আৰু আছে। মাত-কথা, ভাষা চলন-ফুৰণ, পিন্ধন-উৰণ একে। হিন্দু কোন মুছলমান কোন ধৰিব নোৱাৰি—চিনিব নোৱাৰি। গাওঁৰ এমূৰে মছজিদ ঘৰটো মুছলমানৰ উপসনাৰ আৰু প্ৰাৰ্থনাৰ ঘৰ, আল্লাৰ ঘৰ। আনমূৰে পুৰণি আহঁত গছৰ তলত নামঘৰ আৰু ওচৰতে মন্দিৰ অৱস্থিত।

এনিমাই নাহৰণী গাওঁৰ ভিতৰ-বাহিৰ, সক-ডাঙৰ খেৰৰ জুপুৰি ঘৰবোৰ, জগন্নাথদেৱৰ মন্দিৰ, বুঢ়ীৰ থান, বুঢ়া মছজিদ চালে। মছজিদত হোৱা ৰাতিপুৱাৰ মোক্তাবত মৌলবীয়ে সৰু সৰু ল'ৰা-ছোৱালীক আৰবী ভাষা আৰু ইছলাম ধৰ্মৰ লাগতীয়াল কথাখিনি শিকোৱা, নামাজ কেনেকৈ পঢ়িব লাগে, দোৱা কৰিব লাগে দেখিলে।

সপ্তাহত দুইদিন বজাৰ বহে, হাট বহে। বাহবাৰীৰ বজাৰ। গাঁৱলীয়া হাট-বজাৰ। তেল, নিমখ, কাপোৰ-কানি, দৈ-গাখীৰ, পাণ-তামোল আৰু অন্য দৈনন্দিন, লাগতীয়াল বস্তু এই হাটবপৰাই গাওঁৰ মানুহে কিনে পুনৰ হাট নবহালৈকে।

ইতিমধ্যে গাওঁৰ ইমূৰৰ পৰা সিমূৰলৈ, তাৰ পিছত ইখন গাওঁৰ পৰা সিখন গাওঁলৈ আৰু গাওঁৰ মানুহবোৰৰ সকলোৰে জনাজনি হৈ গ'ল। গাওঁৰ বুঢ়া-বুঢ়ী, ডেকা-গাভৰু, ছাত্ৰ-ছাত্ৰী জুম পাতি আহি ফজিৰ মাষ্টৰৰ ঘৰত এনিমাক চাবলৈ আহিল। কোনোবাই ক'লে, ছোৱালীজনী দেখনীয়াৰ ঠোগা, ধুনীয়া—বাণীৰ দৰে ধুনীয়া। মমতাজৰ দৰে ধুনীয়া। এনিমাই মাত্ৰ মানুহবোৰৰ কালে চাই মিচিকি হাঁহি মাৰি মানুহবোৰক আদৰিলে—শলাগিলে। নতুন ঠাইত নতুন জীৱন আৰম্ভ কৰিবলৈ এনিমাই 'নাহৰণী' গাওঁখন বেয়া নেপালে। স্বাধীনচিতীয়া, কম কথা কোৱা চিন্তান্বিত—ভাবুক আৰু সুন্দৰী, শিক্ষিতা অথচ

চকলা এনিয়া গাওঁলৈ আহিছিল, গাওঁৰ হোজা সৰল মানুহক সেৱা কৰা, দুখীয়া ল'ৰা-ছোৱালীক শিক্ষা দিয়া, একাৰৰ পৰা পোহৰলৈ নিয়া—পোহৰ আৰু জ্ঞানৰ বাটলৈ আগবঢ়াই নিব পাৰিব বুলি এনিমা দৃঢ়প্ৰতিজ্ঞ হ'ল—প্ৰতিজ্ঞাতিবদ্ধ হ'ল।

## দুই

গাওঁৰ নাম নাহৰণী, সেয়ে সকলোৰে ইচ্ছা স্কুলখনৰ নাম নাহৰণী ৰাখিব লাগে। ৰাইজৰ ইচ্ছামতে, বিচৰামতে স্কুলখনৰ নাম 'নাহৰণী হাইস্কুল' ৰখা হ'ল। ৰাইজৰ দান-বৰঙনিৰে আৰম্ভ কৰা ভেঞ্চাৰ স্কুল। গাওঁৰ দুখীয়া খেতিয়কৰ দুখীয়া ল'ৰা-ছোৱালীৰ হাইস্কুল। ঘৰত বোৱা চুৰীয়া, গামোছা, মেখেলা চাদৰ পিন্ধি স্কুলত অহা ল'ৰা-ছোৱালীৰ স্কুল। পিতৃ-মাতৃৰ লগত সমানে খেতি কৰাত সমানে সহায় কৰি পঢ়িবলৈ অহা ল'ৰা-ছোৱালীৰ স্কুল। বাৰীৰ বাঁহ, তামোল পাণ, খেতিৰ ধান, চাউল বেচি স্কুলৰ ফিচৰ টকা দিয়া ল'ৰা-ছোৱালীৰ স্কুল।

ফজিৰ মাষ্টৰৰ আগ চোতালত কেঁচা-মিঠা আমগছ জোপাৰ তলত মানুহবোৰ বহিছিল। পহিলা আঘোণৰ কেঁচা, কুঁৱলী মিহলি ৰ'দজাক চৌদিশে বিয়পি পৰিছিল। ৰ'দজাক মৃদু আৰু ভাল লগা আছিল। পাতলকৈ বৈ অহা বতাহজাকৰ লগত জহা, বৰা, বেতগুটি, ফুলপাখৰি, গো-পখী, মাইকুটী, জাহিঙা কোমল ৰূপহী, বাটেশ্বৰী, পটেশ্বৰী, বিবৈ, চকোৱা কোমল, সুৱাগমণি, প্ৰসাদভোগ, বচী, শিয়ালকাটি, কছাৰীশালী, হালধৰণ আঁকাশালী ধানৰ গন্ধ সকলোৰে নাকত লাগিছিল। সকলোৰে ভাল লাগিছিল পকা ধানৰ গন্ধ। মলা খঁপাতৰ হোকা এজনৰ পিছত আনজনে তৃপ্তিৰে টানিছিল। হৰেণ, মধু, বেং, ঘোং, নিজাম, মতি, আব্দুল আৰু গাওঁৰ অন্য মুখীয়াল মানুহখিনিয়ে কথাটো উলিয়ালে আৰু ঠিক কৰিলে। হৰেণেই ৰাইজৰ আগত ক'লে : "স্কুলৰ শিক্ষক-শিক্ষয়িত্ৰী নিয়োগ কৰাৰ দায়িত্ব ফজিৰ মাষ্টৰৰ—আমাৰ নহয়, মাষ্টৰেই জানে মাষ্টৰৰ কথা, শিক্ষক-শিক্ষয়িত্ৰীৰ কথা।" সকলো ৰাইজে হৰেণৰ কথাত সমৰ্থন জনালে আৰু প্ৰায় একেলগে চিঞৰি কৈ উঠিল "হয় আমাৰো একে মত—ইচ্ছা।"

বাইজৰ আশীৰ্বাদ, ৰ'জৰ মাষ্টৰৰ দোৱা আৰু মৰম-চেনেহ, শিৰত লৈ এনিমাই স্কুলত যোগদান কৰিলে। অজানা এক আনন্দত ভাল লাগিল এনিমাৰ। গাওঁৰ হোজা-সৰল খেতিয়কৰ ল'ৰা-ছোৱালীবিলাকক নিজৰ সৰ্ব্বস্ব দি, ত্যাগ কৰি হলেও সিহঁতক মানুহ কৰাৰ, পঢ়োৱাৰ, পোহৰৰ বাট দেখুৱাৰ দায়িত্ব ললে আৰু বাইজক প্ৰতিশ্ৰুতি দিলে। আৰু, স্কুলত যোৱাৰ আগত এদিন মছজিদত খিচেৰীৰ চিৰ্নি দিলে—নামঘৰত সেৱা জনালে চাকি জ্বলালে।

চ'তৰ শেষ। বহাগ আৰম্ভ হৈছে। কেইদিনমান আগতে পহিলা বহাগৰ ডাওৰ বৰষুণজাক পৰিছিল। শুকান বালিময় পৃথিবী জীৱন্ত হৈ পৰিছিল—কেঁচা ঘাঁহবন গজি উঠিছিল, গছ বিৰিখত সেউজীয়া কুঁহিপাত ওলাইছিল, তগৰ, নাহৰ, খাবকাজ'াই ফুলৰ গন্ধ, চ'ৰা ঘৰ, তামোল গছত ঘৰচিৰিকাৰ বাঁহ। পথাৰত গৰুৰ হেম্বলনি, নৈ নিজৰাত ন-পানীৰ কল কল সোঁত, নীলা আকাশৰ বহু ওপৰত সখিয়তীৰ বিনন্দীয়া গীতৰ লহৰ, গছে বনে কুলি-কেতেকাৰ অময়া গীতে সকলোৰে জীৱন ভাল লগা কৰি তুলিছে—প্ৰাণময়তা কৰি তুলছে। পেঁপা, গগনা, টকা, ঢোল বাঁহী লৈ ডেকা-গাভৰুহঁতৰ বিহু মৰা, হুচৰী গোৱা, পথাৰ, গছৰ তল, নৈৰ পাৰ, বিল পাৰলৈ ওলাই যৌৱন জীৱনৰ গীত গোৱাই গাঁৱলীয়া ডেকা-গাভৰুহঁতৰ জীৱনত পূৰ্ণতা আনে—আনন্দ, উল্লাস আৰু ভালপোৱা আনে, জীয়াই থাকিবলৈ প্ৰেৰণা দিয়ে।

এনিমা ৰ'জৰ মাষ্টৰৰ আগ চোতালত বহি, থিয় হৈ বিহুৰ হুচৰী গোৱা শুনিলে, অকৃত্ৰিম এই হুচৰী গীতবোৰেই গাঁৱলীয়া জীৱনৰ আৰু জনজীৱনৰ প্ৰাণ। এনিমাই বৰ ভাল পালে, আনন্দিত হ'ল।

সময় পাৰ হ'ল।

বহাগ পাৰ হ'ল।

আৰু কিছু সময় পাৰ হ'ল।

কাতি মাহৰ মাজভাগ। ৰ'দজাক পাতল আৰু মৃদু আছিল, বতাহজাক নিৰবে বৈ আছিছিল। মানুহবোৰৰ কাম-বন বেছি নাছিল। খেতি চপাবলৈ আৰু কিছুদিন বাকী—ধান পকা নাই। কাতি মাহৰ মিঠা মিঠা কোমল ৰ'দত গাওঁৰ পিছত গাওঁ—পথাৰৰ পিছত পথাৰ, ধাননি পথাৰ, গৰাবাট, বাহৰ তল, তামোলৰ বাৰী, নাৰিকল বাৰী পাৰ হৈ, খোজকাঢ়ি গৈ আৰু জান-জুৰি বিলত

পুখুৰীত জাল জাকৈ লৈ মাছ মৰা মানুহৰ জুম, ব্যস্ততা চাই চাই এনিমাৰ ভালও লাগিছিল আৰু ঔদাহে বৈদাহে ঘুৰি ভাগৰও লাগিছিল। চহৰৰ ব্যস্ততাৰ মাজত ডাঙৰ হোৱা, এনিমাৰ গাওঁৰ নিৰিবিলি আৰু শান্ত পৰিবেশ বৰ লাগে, ভাল পায়।

"মাষ্টৰণী দেখোন" কাতিৰাম গাওঁবুঢ়াৰ মৰমসনা চিনাকি মাত।

"এনেয়ে ওলাই আহিলো আপোনালোকৰ কালে আপোনালোকৰ খবৰ লবলৈ" বিনম্র আৰু সৰু মিঠা হাঁহি এটা মাৰি এনিমাই ক'লে। "গাওঁৰ মানুহৰ ঘৰত কি চাবা—বহা, বহা, চাহ জলপান খাই যাবা" কাতিৰাম গাওঁ-বুঢ়াই ক'লে আৰু মূঢ়া এটাত এনিমাক আগ চোতালৰ শেৱালী জোপাৰ তলত বহিবলৈ দিলে। অ'ত-ত'ত গাঁৱে গাঁৱে ঘুৰি ফুৰি এনিমাৰ ভোক লাগিছিল আৰু একাপ চাহ খোৱাৰ বৰ প্রয়োজন আছিল। কাতিৰামৰ ঘৰত বহাৰ লগে লগে মানুহৰ ভিৰ হ'ল— নাহৰণী হাইস্কুলৰ মাষ্টৰণীক চাবলৈ বুঢ়া-বুঢ়ী, ডেকা গাভৰু, জীয়ৰী-বোৱাৰী সকলোৱে আহিল। সকলোৱে মুখত এমোকোৱা হাঁহি, আৰু সকলোৱে কিছু আনন্দিত।

ডাব নাৰিকলৰ পানী, পিঠা, কণী এনিমাৰ বৰ ভাল লাগিল। চঞ্চলা, সুন্দৰী বিশ্ববিদ্যালয়ৰ ডিগ্রী লোৱা উচ্চ শিক্ষিতা এনিমা গাওঁৰ স্কুলৰ মাষ্টৰণী প্রধান শিক্ষয়িত্রী। চৰিত্ৰৱতী, কর্তব্যপৰায়ণ অক্লান্ত পৰিশ্ৰমী ঘণ্টাৰ পিছত ঘণ্টা ল'ৰা-ছোৱালীৰ ক্লাছ লোৱা আৰু শিক্ষাদান, পাঠদান কৰাত যি বিমল আনন্দ আছে, ব্যস্ততা আৰু আন্তৰিকতা আছে সেয়া কেৱল এনিমাৰ বাহিৰে কোনেও নেজানে।

গাওঁৰ পিছত গাওঁ ঘুৰি ফুৰি এনিমাই ৰাইজক ল'ৰা-ছোৱালী স্কুলত পঠিওৱা আৰু শক্তি অনুযায়ী দান বৰঙনি দি স্কুলৰ ঘৰসজা, দুখীয়া ল'ৰা-ছোৱালীক কিতাপ, বহী কিনি দিয়াত সহায় কৰিবলৈ যাক য'ত লগ পালে ক'লে—আৰু ঘৰে ঘৰে গৈ অনুৰোধ কৰিলে।

কাতিৰাম গাওঁবুঢ়াই এনিমাৰ মুখৰ ফালে চাই তামোলৰ পিকথিনি পেলাই ক'লে: "হালদিবাৰী গাওঁৰ ল'ৰা-ছোৱালী অহা কালিৰ পৰাই স্কুলত আহিব।" বহি থকা ৰাইজেও এনিমাক আশ্বাস দিলে যে ৰাইজৰ ফালৰ পৰা বিচৰা ধৰণে সকলো সহায় পাব। ৰাইজৰ মাজৰ পৰা বিকাক ৰাম নাথ আৰু মজিদুৰ ৰহমানে নগদ ধন দি সহায় কৰিব। সহায় কৰিব বিচৰা হালদিবাৰী

গাওঁৰ বহুজন মানুহৰ তালিকা এখন এনিমা মাষ্টৰণীৰ হাতত দি লেখা জনালে গাওঁৰ মুখীয়াল আৰু গাওঁবুঢ়া শ্ৰীনাৰায়ণে। তালিকাখন পাই এনিমাই বৰ ভাল পালে, আৰু উপস্থিত বাইজৰ ফালে এবাৰ নতশিৰে চাই পঠিয়ালে। সৰল, হোজা খেতিয়ক মানুহৰ একতা, আগ্ৰহ আৰু অহেতুক মৰমলৈ, অদম্য মনোবল আৰু শক্তি, অকুণ্ঠ সমৰ্থন লৈ এনিমাই শলাগিলে। আৰু কিছুমান দুখীয়া বাইজ তেওঁবিলাক বাঁহ, তাওল আৰু নিজে স্কুলৰ কাম কৰি দিবলৈ প্ৰতিশ্ৰুতি দিলে—তেওঁলোকক এনিমাই স্বাগতম জনালে।

হালদিবাৰী গাওঁৰপৰা উভতি নাহৰণী গাওঁলৈ আহোতে বেলি লহিয়াইছিল—আৰু পশ্চিম আকাশৰ বহু তললৈ নামিছিল। এনিমাৰ লগতে কান্তিৰাম গাওঁবুঢ়া, বিকাৰুৰাম, মজিদুৰ ৰহমান আৰু অন্যান্য কেইবাজনো মানুহ আগবঢ়াই থবলৈ আহিছিল। হালদিবাৰী গাওঁৰ নছেৰ আলিৰ গৰুৰ গাড়ীৰে এনিমাক নাহৰণী গাওঁলৈ থবলৈ আহিছিল। চৈ দিয়া গৰুৰ গাড়ীত জীৱনত প্ৰথমবাৰৰ বাবে উঠি এনিমাৰ মনটো ভাল লাগি গৈছিল।

আগবঢ়াই থবলৈ অহা মানুহবোৰৰ পৰা এনিমাই প্ৰতিশ্ৰুতি আৰু আশ্বাস পালে, এতিয়াৰ পৰা এনিমা আৰু যিকোনো গাওঁলৈ যাব নেলাগে, গাঁৱে গাঁৱে ঘূৰি বাইজৰ পৰা ধন-ধান সংগ্ৰহ কৰা, স্কুলঘৰ বনোৱা আদি কামৰ দায়িত্ব মেনেজিং কমিটিয়ে হাতত ললে। এনিমা মাষ্টৰণী কেৱল কমিটিক দিহা-পৰামৰ্শ দি সহায় কৰিলেই হব।

এনিমা নাহৰণী গাওঁ পাওঁতে দিগন্তৰ পশ্চিম আকাশত গাওঁৰ পিছত গাওঁ পাৰহৈ বেলি অস্ত যাওঁ যাওঁ। গাওঁৰ পিছত গাওঁ সেউজীয়া গছ-গছনিৰে ভৰা গাওঁৰ আকাশত বেলি মাৰ যোৱা অপূৰ্ব দৃশ্য, ৰাঙলী বেলিৰ কিৰণ পখীয়া সানি চৰাইৰ জাক, বগলীৰ জাক ঘৰমুৱা হোৱা চাই এনিমা বৰ ভাবুক, মৌন আৰু কিছু সময়ৰ বাবে তন্ময় হৈ পৰিল।

ফজিৰ মাষ্টৰ এনিমাৰ কামত উৎসাহ, উদ্‌গনি, সাহস দিয়াৰ উপৰিও এনিমাক প্ৰায়ে কৈছিল : "পৃথিবীক আমি নিজৰ শক্তি, জ্ঞান, বুদ্ধি, চিন্তা আৰু সৎ কাৰ্যৰ দ্বাৰা চহকী কৰিব লাগিব। পৃথিবীখন বৰ দুখীয়া, মানুহে নিজৰ স্বাৰ্থ ত্যাগ কৰি জ্ঞান গৰিমাৰে চহকী কৰিব লাগিব। বৈ যোৱা নদীয়ে কিদৰে দুই পাৰে পলস আৰু পানী বগৰাই শুকান মাটিৰ পৃথিৱীক প্ৰাণ দিয়ে, জীৱিত কৰে, শুকান বালি মাটিক উৰ্বৰা কৰে, নতুনকৈ গঢ় দিয়ে—

পথাৰত শস্যৰ উৰ্বৰতাদী হয়।" ফজিৰ মাষ্টৰ কথাৰ অৰ্থ যদিও তালকৈ বুজি পোৱা নাছিল—তথাপি এনিমাই এটা কথা বুজি পালে, কঠোৰ পৰিশ্ৰমে জীৱনৰ লক্ষ্যত উপনীত কৰে। পূৰ্ণতা আৰু আনন্দ দিয়ে—সুখ দিয়ে।

## তিনি

প্ৰায় আঠাইবোৰ মানুহ ঠিক সময়তে আহি কান্তিৰামৰ আগ চোতালত থকা আম আৰু কৰবী জোপাৰ তলত বহিছিল। নাহৰণী স্কুলৰ মেনেজিং কমিটিৰ মিটিং।

পুহৰ শেষ, বতৰ চেঁচা লগতে ফিৰফিৰিয়া বতাহ। বৰষুণ নহলেও নীলা আকাশত দুই এচপৰা উৰণীয়া মেঘ আছিল। ফুলি থকা কৰবী ফুলৰ গন্ধ এনিমাৰ বৰ ভাল লাগিছিল। ৰ'দজাক কুমলিছিল।

মানুহৰ জুম ভাঙৰ হ'ল।

মিটিং আৰম্ভ হ'ল। প্ৰথমতে কান্তিৰামেই ক'লে: 'ৰাইজ মিটিঙৰ উদ্দেশ্য হ'ল নাহৰণী স্কুলৰ ঘৰটো টকাৰ অভাৱত বনাব পৰা হোৱা নাই। ছাত্ৰ-ছাত্ৰীৰ অভাৱ হোৱা নাই। স্কুলঘৰ বনোৱাৰ পিছত চৰকাৰৰ ফালৰ পৰা মঞ্জুৰী আৰু সাহায্য পোৱা হব, স্থানীয় এম. এল এ চন্দ্ৰধৰ বৰুৱাৰ লগত গৈ শিক্ষামন্ত্ৰীক দৰখাস্ত দিয়া হৈছে। মন্ত্ৰী এম. এল. এৰ পৰা আশ্বাস পোৱা হৈছে—চৰকাৰৰ ফালৰ পৰা সহায় কৰিব আৰু চৰকাৰ ৰাইজৰ দাবী আশা-আকাংক্ষা, অভাৱ পূৰণৰ বাবে অঙ্গীকাৰবদ্ধ। আমি যোগাযোগ কৰি আছোঁ লিখালিখি কৰি আছোঁ। সেয়ে নিজৰ ল'ৰা-ছোৱালীৰ স্কুলৰ বাবে স্কুলঘৰ বনোৱাৰ বাবে যাৰ যি সামৰ্থ আছে পুনৰ সহায় কৰিবলৈ আপোনালোকক এই মিটিঙলৈ—সভালৈ মতা হৈছে—আপোনালোকে সকলোৱে আমাৰ লগত আগবাঢ়ি আহিব লাগে—আগুৱাই আহিব লাগে।'

তামোলৰ পিক পেলাই হোকাৰ ধোঁৱাবোৰ নাক আৰু মুখেৰে উলিয়াই দি বিকাৰামে কোৱাৰ লগে লগে ৰাইজেও একেলগে কৈ উঠিল:

"স্কুল আমি বনামেই—আমি সকলোৱে কমিটিৰ লগত আছো আৰু দান ধৰওলি আমি দিমেই।"

কাণ্ডিৰাম গাওঁবূঢ়াই তামোলৰ পিকেৰে ৰঙা ওঁঠ দুটা, আৰু মুখখন মেলি এক আনন্দৰ হাঁহি মাৰি হাত দুখন ৰাইজৰ ফালে উঠাই লৈ সেৱা জনালে—নমস্কাৰ জনালে নতশিৰে।

সভা শেষ হ'ল। মিটিং হ'ল, ৰাইজৰ দান-বৰঙনি, আন্তৰিকতা আৰু অক্লান্ত পৰিশ্ৰমৰ ফলত খেৰ বাঁহৰ ঘৰৰ স্কুল ৰাইজে বনালে। তাৰতৰ প্ৰায়বোৰ গাওঁত স্কুলঘৰ ৰাইজে প্ৰথমতে নিজৰ দান-বৰঙনিৰে বনোৱাৰ দৰে নাহৰণী হাইস্কুল ৰাইজেই সজালে, উঠালে। দুখীয়া খেতিয়ক অশিক্ষিত হলেও ৰাইজৰ বল বহুত—অসীম, শক্তি বহুত, ক্ষমতা বহুত—অপাৰ। ৰাইজৰ বলেই ৰজাৰ বল, দেশৰ বল। ৰাইজৰ বলেই দেশৰ ৰজা বলী।

এবছৰ পাৰ হ'ল। স্কুলত ল'ৰা-ছোৱালীৰ সংখ্যা বাঢ়িল, শিক্ষকৰ সংখ্যা বাঢ়িল। ৰাইজৰ বহুত দিনৰ আশা আৰু অভাব পূৰণ হ'ল—এটা বৰ ডাঙৰ কাম আৰু ভাল কাম হ'ল। ৰাইজ আনন্দিত, গৌৰবান্বিত—নিজৰ ঘৰৰ ভাত-মুঠি খাই ল'ৰা-ছোৱালী মেট্ৰিক পাছ কৰিব। স্কুলত যোৱা ল'ৰা-ছোৱালীৰ পিতৃ-মাতৃৰ বহুত আশা, কল্পনা বহুত, ভৱিষ্যত বহুত ৰঙীন আশাৰে ভৰপূৰ।

## চাৰি

নাহৰণী গাওঁৰ ৰাইজৰ অভাৱ, দৰিদ্ৰতা-দৈন্য থাকিলেও মানুহখিনি কৰ্মী—পৰিশ্ৰমী, বিশ্বাসী, শ্ৰদ্ধাশীল, সবল, হোজা, বিনয়ী হোৱা বাবে এনিমাৰ ভাল লাগিল। সমাজপ্ৰিয় সমাজত বাস কৰা দুখীয়া-দৰিদ্ৰ হলেও মানুহ-খিনিৰ একতা, সহায়-সহযোগ ভ্ৰাতৃত্বৰ গুণবোৰ বৰ ভাল লাগে। টকা-পইচা দি সহায় কৰিব নোৱাৰিলেও হাতে-কামে মাত কথাত মাষ্টৰণী এনিমাক সহায় কৰি আহিছে। গাওঁখনৰ প্ৰত্যেকজন মানুহ চিনাকি হোৱাৰ উপৰিও ওচৰ আৰু নিলগৰ গাওঁৰ মানুহবোৰৰ লগতো এনিমা চিনাকি আৰু পৰিচিত হৈছিল, মৰমৰ আৰু আপোনজন হৈ পৰিছে। নিজৰ পৰিয়াল, ভাই, সহোদৰ ভাই হৈ পৰিছে। বংশ মৰ্যাদা, গোষ্ঠী-গোত্ৰ, ডাঙৰ-সৰুৰ বাচ-বিচাৰ নাই। দিনৰ দিনটো খেতিৰ কাম, হাড় ভগা পৰিশ্ৰম, গৰু-ছাগলী ৰখাৰ পৰা অন্যান্য কাম কৰি মানুহবোৰৰ ভাগৰ নেলাগে। নিজৰ জীৱিকাৰ

বাবে বিশ্বৰ সবহ ভাগ মানুহেই খেতি কৰে, পৰিশ্ৰম কৰে। ভাল খেতিৰ মাটি আৰু বতৰ ভাল হলে খেতিয়কে পৰিশ্ৰম কৰাত কেতিয়াও পিছ হুহকি নেথায়, নাহে। খেতিৰ পথাৰত বেলি মাৰ যায়, বেলি উঠে তথাপি খেতিয়ক ভাগৰি নপৰে, বোৱনী ভাগৰি নপৰে। খেতিয়কে নতুন খেতি চপোৱাৰ আনন্দত পথাৰত হাল বায় কোৰ মাৰে। পথাৰত চাহ জলপান খায়—বিড়ি আৰু মলাধঁপাতৰ হোকা খায়। খেতিয়ে জীৱন, খেতিৰ ধানেই পেটৰ ভাত, অন্ন কাপোৰ, তেল-নিমখ সকলো। ল'ৰা-ছোৱালীৰ পঢ়াৰ খৰচ খেতিৰ ফচল ধান বেচি যোগাৰ কৰিব লাগে।

সেইদিনা আবেলিৰ ৰ'দজাক কিছু অনুজ্জ্বল আছিল—আকাশত কিছু ভাৱৰৰ চপৰা আছিল—ক'লা, বগা, ঘন ক'লা আৰু শুকুলা মেঘ। আকাশ মেঘাচ্ছন্ন, বৰষুণ আনো আনো। খেতি-পথাৰৰ পৰা গৰু-গাই লৈ খেতিয়কে ঘৰ-মুৱা হৈছিল।

বনৰ চৰাই চিৰিকতি নিজৰ নিজৰ বাঁহলৈ উৰা মাৰিছিল। বগা বগলী জাকে বৰষুণ অহাৰ কিছু আগতেই আশ্ৰয়স্থললৈ, বাঁহ গছৰ জোপোহালৈ উৰা মাৰিছিল। বতাহজাক কিছু বেগেৰে বলিছিল।

স্কুল ছুটী দি এনিমাই খৰ-খেদাকৈ আহি ঘৰ সোমাইছিল। তেতিয়া বাহিৰত জৰ, জৰ্ কৈ বৰষুণ পৰিছিল আৰু লগতে শিল, ধুমুহা। ধুমুহা-তুফান তাণ্ডৱ আছিল প্ৰচণ্ড আছিল, বেগেৰে বলিছিল। গাঁওৰ কিছু মানুহৰ জুপুৰি উৰুৱাই নিলে, ডাঙৰ গছ বাগৰি পৰিল। বহুতৰ বিলাই বিপত্তি নোহোৱা হ'ল, ঘৰবাৰী নোহোৱা হ'ল। আশ্ৰয়হীন হ'ল। অন্য উপায় নেপাই স্কুলঘৰত আশ্ৰয় ললে।

কেইদিনমানৰ আগৰ পৰা ফজিৰ মাষ্টৰৰ অসুখ—জ্বৰ, কাঁহ, বুকুৰ বিষ আৰু মানুহজন যথেষ্ট দুৰ্বল। এনিমাৰ কষ্ট হৰ বুলি ফজিৰ মাষ্টৰে কোৱা নাছিল—জনোৱা নাছিল। বিছনা লোৱাতহে এনিমাই গম পালে অসুখৰ কথা। ৰাতিপুৱা হোৱাৰ লগে লগে এনিমা নিজেই ডাক্তৰখানালৈ ডাক্তৰ বিচাৰি গৈছিল। নাহৰণী গাঁওৰপৰা ডাক্তৰখানা কিছু দূৰৈত অৱস্থিত। খোজকাঢ়ি যাওঁতে এনিমাৰ কিছু সময় লৈছিল। তিনি মাইল বাট আৰু পলম হৈছিল। প্ৰাইমাৰী হেল্থ চেণ্টাৰ—পাঁৰণীয়া ডাক্তৰখানা। ডাক্তৰ কেতিয়াবা এবছৰ, দুবছৰলৈ নেথাকে, কম্পাউণ্ডাৰজনেই সকলো কৰে—বেমাৰী

চায়, মানুহ মাতিলে ক'লত যায়—ৰোগী চাই ঔষধ দিয়ে, বেজি দিয়ে, বেমাৰী ভাল পায়। ডাক্তৰবাবুক মানুহে সেৱা কৰে, পলাগ লয় আন্তৰিকভাৱে মান-সন্মান কৰে। চাহ-তামোল খুৱায়, বাৰীৰ শাক-পাচলি, কুকুৰা চৰাই ডাক্তৰক দিয়ে, আৰু মানুহবোৰ আনন্দিত হয়, ভাল পায়।

ফজিৰ মাষ্টৰক চাবলৈ অহা ডাক্তৰজন ডেকা, দেখনীয়াৰ, সুশ্ৰী পৰিশ্ৰমী মৰমীয়াল আৰু ভাল ডাক্তৰ। ৰাতিৰ এটা, দুটা বজাত মাতিলেও বেমাৰী চাবলৈ বোকা-পানী, বৰষুণ, ধুমুহাৰ মাজেৰে নেওচি খাল, বিল পাৰ হৈ লৰি আহে, কাকো আজিলৈ বিমুখ কৰা নাই; সেয়ে ডাক্তৰ চৌধুৰী ৰাইজৰ পৰিচিত, মৰমৰ, মান-সন্মানৰ, দূৰ-সুদূৰ গাওঁৰ দুখীয়া নিছলা দীনহীনজনৰ পৰম বন্ধু, দোষ্ট, দুখৰ দিনৰ লগৰীয়া, সকলোৰে পূজনীয়।

ফজিৰ মাষ্টৰক চোৱা-চিতা কৰি ডাক্তৰে ঔষধ দিছিল, বেজি দিছিল। ফজিৰ মাষ্টৰ লাহে লাহে ভাল হৈছিল। ডাক্তৰৰ কথা হ'ল :

'বিশ্ব মানবৰ বাবে প্ৰয়োজন খাদ্য, আশ্ৰয় মৰম চেনেহ,—সেৱা শুশ্ৰূষা আৰু শান্তিৰ প্ৰাৰ্থনা, ঐক্যৰ বান্ধোন।'

এনিমা স্কুলৰপৰা আহোতে ডাক্তৰক ফজিৰ মাষ্টৰৰ খবৰ দিবলৈ গৈছিল। ফজিৰ মাষ্টৰৰ খবৰ দিছিল—বেমাৰ ভাল হোৱাৰ খবৰ দিছিল, ডাক্তৰৰ লগত কথা হৈছিল। বৰ ব্যস্ত থকা সত্ত্বেও ডাক্তৰ বিমল চৌধুৰীয়ে সৌজন্য, ভদ্ৰতা আৰু মৰমৰ হাঁহি মাৰিয়ে এনিমাক কৈছিল : "বহক—দুজন পেচেন্ট আছে—চাই লওঁ—দূৰৈৰ গাওঁৰ পৰা আহিছে" একেবাৰে পৰিচিত আৰু আপোন মানুহক কোৱাৰ দৰে ক'লে ডাক্তৰ বিমল চৌধুৰী। ডাক্তৰৰ কথাত আন্তৰিকতা আৰু মৰমসনা আছিল।

সৰু মিচিকি পাতল ওঁঠ দুটাৰে হাঁহি মাৰি এনিমা ডাক্তৰৰ চেম্বাৰত বহিছিল। ডাক্তৰ ব্যস্ত হৈ ৰোগী চাইছিল—ৰোগী সকলোক পৰীক্ষা কৰিছিল তেতিয়া বেলি পশ্চিম আকাশত লহিয়াইছিল। নীলা আকাশৰ তলত বাস কৰা পৃথিবীৰ মানুহবোৰ, চৰাই-চিৰিকতি, জীৱজন্তুবোৰ দিনটোৰ পিছত ঘৰমুৱা হৈছিল, বাটৰ ধূলি উৰুৱাই গৰু-ম'হৰ পাল লৈ ঘৰলৈ ওভতিছিল ভাগৰুৱা গৰখীয়া ল'ৰা,। গাৱলীয়া জীৱনত গাওঁৰ গধূলিৰ এই ব্যস্ততা, খৰখেদা গৰু-ম'হৰ পালৰ দৌৰাদৌৰি, দিগন্তৰ আকাশত বেলি মাৰ যোৱাৰ কি মনোৰম দৃশ্য—সি অতুলনয়ী, অনামী শিল্পীৰ তুলিকাৰ

'পৰশত জীৱন্ত হৈ উঠিছে। গধূলিৰ এই দৃশ্য কিমন্দীয়া, অফুৰন্ত; সীমাহীন— অনাদি, অনন্ত।

এনিমাই ডাক্টৰখানাৰ নিচেই ওচৰেদি যোৱা ৰাস্তা আৰু নাহৰণী গাওঁৰ সন্মুখত থকা সেউজীয়া ধাননি পথাৰ,—পথাৰখনৰ কিছু আঁতৰত এটা সেউজীয়া পাহাৰ, পাহাৰৰ ওচৰেদি বৈ গৈছে চম্পা নৈখন; নীলা পাহাৰৰ পৰা বৈ আহিছে; খিৰিকিখনেৰে দৃশ্যবোৰ চাই এনিমা কিছু তন্ময়, মৌন হৈ পৰিছিল কিছু সময়ৰ বাবে নিজকে পাহৰি গৈছিল—কল্পনাবিভোৰ হৈ পৰিছিল।

সেউজীয়া ধানৰ পাতবোৰ কঁপাই পাতল বতাহজাক নীলা পাহাৰৰ পৰা বৈ আহিছিল—নিৰবে-শান্ত, গা-মন জুৰ পৰি যোৱা বতাহ, ভাল লগা বতাহ। পাহাৰলৈ চৰাইৰ জাকবোৰ পথাৰখনৰ ওপৰেদি উৰি গৈছিল—আনন্দিত, নিশ্চিন্ত হৈ।

কিছু সময় পাৰ হৈছিল।

ডাক্টৰৰ পেচেণ্ট চোৱা হৈছিল। ততাতৈয়াকৈ হাত মুখ ধুই ভাল এযোৰ চুট পিন্ধি আহি এনিমাৰ ওচৰত বহিছিল। বাহিৰত তেতিয়া মৃদু বতাহ আৰু আহিনৰ শান্ত নিৰিবিলি বতৰ। 'খিৰিকিৰ ওচৰত ফুলি থকা শেৱালী ফুলৰ সুবাস ডাক্টৰৰ চেম্বাৰত সোমাই সুবাসিত কাৰছিল— ভাল লগা ক'ৰ তুলিছিল।

চাহ খোৱাৰ পিছত এনিমা আৰু ডাক্টৰ কথা পাতিছিল—চিনাকি হৈছিল। ৰুমটোৰ ভিতৰত ডাক্টৰৰ সন্মুখত এনিমা বহিছিল। পিছপৰা গাওঁ এখনৰ ভেনচাৰ হাইস্কুলৰ প্ৰধান শিক্ষয়িত্ৰী এনিমা নামৰ অনন্যা সুন্দৰী, আধুনিকা, শিক্ষিতা গাভৰু যৌবন ওপচ পৰা, পৰিশ্ৰমী আৰু মাৰ্জিত এনিমাক লগ পাই ডাক্টৰ বিমল চৌধুৰী বৰ আনন্দিত হ'ল, ধন্য হ'ল। আৰু দুয়ো এনে ধৰণে কথা-বতৰা হ'ল যে দুয়ো যেন বহু দিনৰপৰাই চিনাকি, এজনে আনজনৰ মনৰ কথা, চকুৰ কথা—আৰু সকলো কথা জানে।

এয়ে প্ৰথম দিনৰ চিনাকি। কিছু কথা-বতৰা হোৱাৰ পিছত ডাক্টৰৰ পৰা কজিৰ মাষ্টৰৰ বাবে লাগতীয়াল ঔষধ, মিক্‌চাৰ, টনিক লৈ ঘৰমুৱা হৈছিল। তেতিয়া আকাশত পঞ্চমীৰ জোনৰ পোহৰ। জোনৰ এই পোহৰত একা-বেঁকা গাঁৱলীয়া বাটত এনিমাই খোজ লৈছিল। চাৰিওফালে গাওঁৰ ঘৰবোৰত চাকি-

বস্তি জ্বলি উঠিছিল, তুলসীৰ তলত চাকি-বন্তি ইতিমধ্যে জলোৱা হৈছিল। নাহৰণী গাওঁৰ কৈলাসৰ ল'ৰা কেশৱ চিঞৰি পঢ়িছিল।

"গুৱনী আমাৰ গাওঁখন অতি
গুৱনী গছেৰে ভৰা
ডাল ভৰি ভৰি ফল ফুল লাগে
কত পাও তলসৰা......"

জগন্নাথদেৱৰ মন্দিৰত তেতিয়াও সন্ধিয়াৰ ডবা, শঙ্খ, ঘণ্টা, কাঁহ, তালৰ মঙ্গলধ্বনি বাজি আছিল, পূজা, অৰ্চনা নাম-কীৰ্তন হৈ আছিল। দিনৰ দিনটো সংসাৰৰ নানা কামত ব্যস্ত থকাৰ উপৰিও ভগৱান, দেৱ-দেৱীৰ পূজা অৰ্চনা যুগ যুগ ধৰি পৃথিৱীৰ বুকুত ধৰ্মপ্ৰাণ মানুহে নিজৰ ধৰ্মবিশ্বাস, জনশ্ৰুতি লোকাচাৰ আৰু পৰম্পৰা বজাই পালন কৰি আহিছে কোনোবা অনাদি অনন্ত কালৰ পৰা সঠিককৈ কোনেও নজনা কালৰ পৰা।

ডাক্তৰ বিমল চৌধুৰীয়ে এনিমাক আগবঢ়াই থৰলৈ আহিছিল, আৰু দুয়ো বাটত খোজকাঢ়ি এনেদৰে আহি আছিল যেন দুয়ো দুয়োকে বুজি পায়, বিচাৰে—ইজনে সিজনক বহুত কথা, বহুত পুৰণি আৰু নতুন কথা কবলৈ বিচাৰে,—দুয়ো অন্তৰঙ্গ বন্ধু। আৰু যেতিয়া এনিমা আহি ফজিৰ মাষ্টৰৰ ঘৰ পাইছিল তেতিয়া নাহৰণী গাওঁৰ মছজিদত এশাৰ নামাজৰ বাবে মোৱাজ্জিনে আজান দিছিল :

"আল্লাহু আকবাৰ
আল্লাহু আকবাৰ......"
( আল্লা এক আৰু মহান......" )

এই আজানৰ পবিত্ৰ ধ্বনি আকাশ বতাহ কঁপাই তুলিছিল—গাওঁৰ মুছলমান মানুহবোৰে নামাজ পঢ়িবৰ বাবে, আল্লাৰ উপাসনা কৰিবলৈ বেগাই খোজ লৈছিল—মছজিদলৈ।

ৰাতি আৰু বেছি কথা-বতৰা নহৈ ফজিৰ মাষ্টৰক ঔষধ, টনিক খুৱাই এনিমাই খাই-বৈ শুবলৈ ওলাল। কিবা এটা অজানিত কাৰণত, নতুন আনন্দত এনিমাৰ গা-মন ভাল লাগিল। ডাক্তৰ বিমল চৌধুৰীক পুনৰ লগ পাব লাগিব, বহুত কথা পাতিব লাগিব, বহুত কথা

কব লাগিব বিমল চৌধুৰীৰ ওচৰত বহি। বিমল চৌধুৰীৰ ওচৰত বহিব লাগিব জোনাক নিশাৰ ৰাতি অকলশৰে, স্কুলখনৰ কথা, স্কুলৰ ল'ৰা-ছোৱালীৰ কথা, স্কুলঘৰ বাঁধিবা অহাৰ আগে আগে মেৰামতিৰ কথা, দুখীয়া গাঁৱলীয়া মানুহৰ কথা, নিজৰ জীৱনৰ, যৌৱনৰ কথাবোৰ কব লাগিব—এনিমাই নিজকে কোৱাদি ক'লে। ৰাতি ভালেখিনি হৈছিল বিছনাত যোৱাৰ আগতে পুনৰ ফজিৰ মাইবৰ খবৰ ললে। তেতিয়া গাওঁৰ অন্য মানুহ খেতি-পথাৰত কাম কৰা পৰিশ্ৰমী মানুহবোৰ শুই পৰিছিল। বাহিৰত এন্ধাৰ কেৱল ঘুটমুট ঘন এন্ধাৰ, কতো সাৰ-সুৰ নাই, শান্ত, নিৰৱতা আৰু মোহনীয়তাৰে ভৰা নিশা, চাৰিওফালে—প্ৰাণ-প্ৰাচুৰ্যৰে ভৰা মধুৰ ৰাতি।

ডাক্টৰ বিমল চৌধুৰী যেতিয়া চেয়াৰ পাইছিল—তেতিয়া এটা কথাই তেওঁৰ মনত বাৰে বাৰে খেলাইছিল, মনত পৰিছিল এনিমা নামৰ সুন্দৰী শিক্ষিতা, পৰিশ্ৰমী নিষ্ঠিক অথচ বাংগালী ছোৱালীজনী চহৰ এৰি এই অখ্যাত গাওঁৰ জেনচাৰ স্কুলৰ শিক্ষয়িত্ৰী কৰিবলৈ কিয় আহিল? জীৱনত বহুত সুন্দৰী গাভৰু, যৌৱন ওপচি পৰা শিক্ষিতা বিমলে দেখিছে—লগ পাইছে—চহৰ, গাওঁ সকলো ঠাইৰ, কিন্তু এনিমাৰ দৰে অনন্যা ৰূপৱতী, সুন্দৰী লগ পোৱা নাই। এনিমাৰ ৰূপৰ, গুণৰ বৰ্ণনা দিবলৈ লিখিবলৈ ভাষা নাই। চমুকৈ কবলৈ হলে এনিমাৰ দৰে ৰূপৱতী সুন্দৰী পৃথিৱীত দ্বিতীয় এজনী হয়তো নাই—আৰু সেয়ে বিমল চৌধুৰীয়ে লগ পোৱা নাই—দেখা নাই। সেয়ে এনিমাৰ বিষয়ে জানিবলৈ—এনিমাৰ কথা শুনিবলৈ ডাক্টৰ বিমলৰ মনটো বাৰে বাৰে উত্ৰাৱল হৈ উঠিল। এনিমাৰ জীৱনৰ প্ৰতিশ্ৰুত, জীৱনযাত্ৰাৰ উৎসুক্য কি, প্ৰতীক্ষাৰ কাৰণ কি হব পাৰে জানিবই লাগিব, এনিমাই মোক কবই লাগিব।

ৰাতি গভীৰ হৈ আহিছিল, নিৰৱ হৈ আহিছিল। আহিনৰ কুঁৱলী মিহলি শীত আৰু ৰাতিৰ মোহনীয়তা ডাক্টৰ বিমল চৌধুৰীৰ বৰ ভাল লাগিছিল আৰু ভাল লাগিছিল ল'ন, বাংগালী এনিমাৰ লগত চিনাকি হোৱাৰ বাবে, কথা পতাৰ বাবে। শুবলৈ যোৱাৰ আগতে এবাৰ নিজকে নিজে পুনৰ ক'লে :

"এনিমা তোমাক মই লগ পাব লাগিব; কথা পাতিব লাগিব—বহুত কথা, মোৰ জীৱনৰ কথা, আশা-আকাংখাৰ কথা—মোৰ জন্মলগ্নৰ কথা, নিজৰ পৰিচয়,

সব কালৰ কথা। বংশ মৰ্যাদা, পৰম্পৰাৰ কথা—মানুহৰ জীৱনৰ যৌৱনৰ কথা - প্ৰেম আৰু ভালপোৱাৰ কথা—শাশ্বত মানৱ জীৱনৰ কথা।"

খিৰিকিখনেৰে বাহিৰৰ আকাশ, ৰাতিৰ তৰাভৰা আকাশখনলৈ চাই চাই বিমল চৌধুৰীয়ে কৈছিল। তেতিয়া পশ্চিম আকাশত পঞ্চমীৰ জোনটো অস্ত গৈছিল তথাপি তৰাৰ তিৰবিৰ ভাললগা পোহৰ আছিল, আৰু আছিল ৰাতিৰ মোহনীয়তা, নিৰৱতা। মৃদু বতাহজাকৰ লগত শেৱালী ফুলৰ সুবাস চৌদিশে বিয়পি পৰিছিল; ভাল লগা কৰি তুলিছিল। আৰু ৰাতি তৰাৰ তিৰবিৰ পোহৰত তলসৰা শেৱালীবোৰ আৰু উজ্জ্বল হৈ পৰিছিল; মুখৰিত, সুবাসিত আৰু পবিত্ৰ কৰি তুলিছিল ডাক্টৰৰ চেম্বাৰ, চেম্বাৰৰ চাৰিওফাল নাহৰণী গাওঁখন, বিশ্বৰ ইমূৰৰ পৰা সিমূৰলৈ। ডাক্টৰ চৌধুৰীৰ ভাল লাগি গৈছিল গা-মন। পৃথিৱীখন বৰ সুন্দৰ, মনোৰম, মৰমৰ আৰু বিনন্দীয়া হৈ পৰিছিল। ৰাতি আৰু গভীৰ হৈ পৰিছিল অজানিতে বিমল চৌধুৰীৰ মনত পৰিছিল, পাহৰিব নোৱাৰিছিল জোনতকৈ পবিত্ৰ সুন্দৰ এনিমাৰ মুখখনৰ কথা, ৰূপ-মাধুৰ্যৰ কথা, অমায়িক ব্যৱহাৰৰ কথা। অন্তহীন কৌতূহল আৰু স্বপ্ন বিভোৰ হৈ পৰিল বিমল চৌধুৰী—ডাক্টৰ আৰু ডেকা সুশ্ৰী বিমল চৌধুৰী।

## পাঁচ

দিনবোৰ পাৰ হৈছিল।

এবছৰ পাৰ হৈছিল।

নাহৰণী গাওঁৰ স্কুলৰ বছৰেকীয়া পৰীক্ষা হৈ গ'ল। এনিমাৰ বৰ বেছি কাম নাছিল। স্কুলত এঘন্টাৰ বাবে যোৱা, ল'ৰা-ছোৱালীৰ পৰীক্ষাৰ বহী চোৱা অন্য শিক্ষকৰ লগত কোন শ্ৰেণীৰ ল'ৰা-ছোৱালীয়ে কি কি বিষয়ত বেছি নম্বৰ পালে, অংকত কোন কোনজন ল'ৰাই একশৰ ভিতৰত একশ নম্বৰ পালে, কোন শ্ৰেণীৰ কোনজন ল'ৰা পঢ়াত ভাল, মেট্ৰিকত ভাল ৰিজাল্ট কৰিব, কেইজনে ফাৰ্ষ্ট ডিভিজন পাব, কেইজনে অংকত লেটাৰ নম্বৰ পাব, কোনজন ল'ৰাই অসমীয়াত হাইয়েষ্ট নম্বৰ পাব আৰু ছোৱালীৰ ভিতৰত সুৰভতকৈ মমতাজ পঢ়াত ভাল, সুৰ লেখাত ধুনীয়া হাতৰ আখৰবোৰ ভাল আৰু ভাল ছবি

থাকে—চিত্র থাকে। প্ৰতিমা নামৰ ছোৱালীজনী স্কুলৰ ভিতৰতে ধুনীয়া, বৰ নম্ৰ লাজকুৰীয়া, মৰম লগা আৰু অমায়িক—লোহিতৰ ছোৱালী। এনিমাৰ ছোৱালীজনীৰ প্ৰতি কিবা এটা দুৰ্বলতা আছে, মৰম আৰু চেনেহ আছে। প্ৰতিমাৰ ৰূপৰ বাবে, সৌন্দৰ্যৰ বাবে, এনিমাৰ বৰ ভাল লাগে, ভাল লাগে তাইৰ মুখৰ মাত কথাবোৰৰ, ধুনীয়া নাক, চকু, গাৰ ৰঙৰ আৰু চঞ্চলতাৰ বাবে। বসন্তকালৰ কুলি চৰাই, ফুল থকা ফুল তঁগৰ, খৰিকাজাই, চম্পাৰ দৰে মানুহক বলীয়া কৰে, আকৰ্ষিত কৰে, উন্মাদনা কৰে, জীয়াই থকাৰ নতুন প্ৰেৰণা দিয়ে। সেইদৰে প্ৰতিমাৰ ৰূপত আছে যাদু। সুন্দৰৰ বাবে মানুহৰ বন্ধুত্ব বঢ়ায়—শত্ৰুৰ হাতৰ তৰোৱাল সুলকি পৰে—সুন্দৰ আৰু ৰূপে মানুহক সৌভাগ্য আ'ন দিয়ে—ভাগ্যবান কৰি তোলে, জীৱন সুন্দৰ আৰু সুখৰ কৰি তোলে।

আৰু ল'ৰাৰ ভিতৰত কোনজন পঢ়াত ভাল, স্বভাৱ-চৰিত্ৰ ভাল, বিনয়ী ইত্যাদি একশ এটা কথা, কাম আৰু চিন্তা কৰিছিল এনিমা আৰু অন্য শিক্ষক-সকলে।

বছৰেকীয়া পৰীক্ষা শেষ হৈছিল। নিয়ম অনুযায়ী প্ৰতি বছৰে পোহৰ আগষ্ট, ২৬ জানুৱাৰী, শঙ্কৰদেৱৰ তিথি, ফতেহা-ই-দোৱাজ দাহাম আদি স্কুলত পতা হয়, পালন কৰা হয়। ল'ৰা-ছোৱালী শিক্ষক-শিক্ষয়িত্ৰীৰ উপৰীয়—নাহৰণী উলুৰ্যানি, বাঘমৰা, বুঢ়ী পুখুৰী, আঁহতগুৰি, বাসবাৰী কঁঠালগুৰি, বগলীমাৰা, খেজুৰী, নাৰিকলবাৰী টিলাপাৰা আদি গাওঁৰ বাইজ আৰু অন্যান্য মানুহবোৰ স্কুলত আহি ভৰি পৰিছিল। নিজৰ স্কুল আৰু নিজৰ ঘৰৰ ল'ৰা-ছোৱালীৰ খেল-ধেমালি আন্তৰিকতা, উৎসাহ-উদ্দীপনাৰে চাই সকলোৰে ভাল পায় আৰু চাবলৈ বিচাৰে। বং, তামচা, হাঁহি খিকিন্দালীয়ে মানুহৰ ভেদাভেদ নোহোৱা কৰি—ইজনে সিজনৰ ওচৰলৈ আনে বন্ধুত্ব আৰু হাঁহি আনন্দৰ মাজেৰে—সহায় সাৰথিৰ মাজেৰে পৰিচয় আৰু চিনাকিৰ মাজেৰে। গাওঁৰ মানুহ সকলো আপোন, সকলো নিজৰ।

নাহৰণী স্কুলত এতিয়া শিক্ষকৰ সংখ্যা বাঢ়ি গৈ ১০ জন হ'ল। সকলোৱে মনপুতি, পৰিশ্ৰম আৰু আন্তৰিকতাৰে স্কুলত পঢ়ায়—ল'ৰা-ছোৱালী, ছাত্ৰ-ছাত্ৰীক শিক্ষাদান কৰে। অঙ্ক, ভূগোল, বুৰঞ্জী, ব্যাকৰণ, অসমীয়া, আৰবী, সংস্কৃত শিকায় আৰু পঢ়ায়। নিৰক্ষৰ দেউতাকৰ ল'ৰা-ছোৱালী স্কুলত আছে,

পঢ়ে আৰু নতুন কথা শিকে। এলজেব্ৰাৰ ফৰমূলা, জ্যামিতিৰ সূত্ৰ, ভূগোলৰ নতুন পাঠ শিকাৰ পিছত কোমলমতী ল'ৰা-ছোৱালীৰ মন আনন্দিত হৈ পৰে, জ্ঞানৰ পোহৰত হোজা খেতিয়কৰ ল'ৰাই দেখে অকল নাহৰণী গাওঁখনেই, স্কুলখনেই দেশ নহয়—গাওঁ নহয়। পৃথিবীখন বৰ বহল আৰু সীমাহীন, এই পৃথিবীখনত আছে বহুত দেশ, সৰু ডাঙৰ দেশ, বৰ সুন্দৰ সুন্দৰ দেশ। প্ৰাকৃতিক দৃশ্যৰাজিৰে ভৰপূৰ। আৰু আছে পৃথিবীৰ বিভিন্ন দেশত বিভিন্ন মানুহ, বিভিন্ন গঢ় আৰু গঠনৰ মানুহ চুটি, চাপৰ দীঘল, ওখ বগা, ক'লা সুন্দৰ সুঠাম দেহৰ মানুহ, মিঠা বৰণীয়া পৰিশ্ৰমী মানুহ…। পৃথিবীৰ বিভিন্ন দেশৰ মানুহৰ চলন-ফুৰণ বিভিন্ন ধৰণৰ, খোৱা-লোৱা ভিন্ন, সমাজৰ নিয়ম-নীতি আচাৰ-ব্যৱহাৰ মাত কথা ভিন্ন। ভিন্ন এই পৃথিবীৰ মানুহৰ জীয়াই থকাৰ জীৱন-ধাৰা চিন্তাধাৰা পৰম্পৰা—লোক কথা। এই অমিল আৰু ভিন্ন হৈও পৃথিবীৰ মানুহবোৰ এটা বিৰাট পৰিয়াল হৈ বাস কৰি আছে—পৃথিবীৰ দেশ, মহাদেশ প্ৰান্তৰে প্ৰান্তৰে, গাঁৱে গাঁৱে, চুবুৰীয়ে চুবুৰীয়ে। মানুহৰ এই জীৱনযাত্ৰাত কোনোবাই ৰজা হৈ, ৰাণী হৈ, মন্ত্ৰী হৈ, সেনাপতি হৈ, সৈনিক হৈ, গায়ক হৈ গান গাই, কোনোবাই ভিক্ষা খুজি, কোনোবাই খেতি কৰি, বনুৱা হৈ জীয়াই আছে এই মনোৰম আৰু মৰমৰ পৃথিবীখনত। আৰু কোনোবাই বাস কৰি আছে ৰাজপ্ৰাসাদত—মাৰ্বল, মৰকত, হীৰা আৰু অন্যান্য পাথৰৰ ওপৰত কাৰুকাৰ্য খোচিত বিলাসিতাপূৰ্ণ অট্টালিকাত, কোনোবাই পাহাৰৰ টিলাত, নৈৰ পাৰৰ চৰ-চাপৰিত, দ্বীপত, মৰুভূমিত, উপদ্বীপত, সাগৰ, মহাসাগৰৰ পাৰৰ দেশত—বৰফৰ দেশত। তথাপি পৃথিবীত মানুহবোৰ জীয়াই আছে—বাচি আছে মৰমৰ পৃথিবীৰ বুকুত হেজাৰ হেজাৰ বছৰৰ আগৰ' পৰা আদম-ইভৰ দিনৰ পৰা, সৃষ্টিৰ আদিৰে পৰা। এই মানুহেই পাহাৰৰ গুহাত, গছৰ খোৰঙত, হাবি-বননিত নঙঠা হৈ উলঙ্গ আৰু বিবস্ত্ৰ হৈ বাস কৰিছিল, বছৰৰ পিছত বছৰ ধৰি বনৰীয়া জীৱজন্তু খেদি ধৰিছিল—শিলৰ অস্ত্ৰৰে আৰু শিলত খুন্দিয়াই বধ কৰিছিল, জুইত পুৰি খাইছিল আৰু মানুহবোৰ পৃথিবীৰ বুকুত জীয়াই আছিল। আৰু হেজাৰ হেজাৰ বছৰ পাৰ হৈছিল।

শতাব্দীবোৰ পাৰ হৈছিল।

সময় সলনি হৈ পাৰ হৈছিল।

পৃথিৱীৰ বুকুত ধৰ্মগুৰুৰ জন্ম হ'ল। নতুনকৈ মানুহক ভগৱান, আল্লা, বৰ, আৰু গডৰ জ্ঞানৰ বাণী শুনালে।

আৰু কিছু বছৰ পাৰ হ'ল।

কেইবাটাও যুগ পাৰ হ'ল।

ধৰাৰ বুকুত মানুহবোৰে জ্ঞানৰ পোহৰ, সভ্যতাৰ পোহৰ জীয়াই থকাৰ নতুন পথৰ সন্ধান পালে বিচাৰি পালে। মানুহবোৰে সমাজ পাতিলে, গাওঁ পাতিলে, পিতৃ-মাতৃ, বাই-ভনী লগলাগি পৰিয়াল হৈ বসবাস কৰিবলৈ ধৰিলে। এই মানুহবোৰৰ মাজৰ পৰা হেজাৰ যুগৰ পিছত অৱতাৰ, নবী পয়গম্বৰ, পিৰিষ্ট ওলাল—ধৰ্ম-প্ৰচাৰক ওলাল। এই পিৰিষ্ট, নবী পয়গম্বৰ, অৱতাৰসকল এদিন ঔদাহে বৈদাহে পৃথিৱীৰ ইমূৰৰ পৰা সিমূৰলৈ সাগৰ, মৰুভূমি পাহাৰ পৰ্ব্বত, দুৰ্গম গিৰি পাৰ হৈ মানুহবোৰৰ মাজত ধৰ্ম প্ৰচাৰ কৰিবলে; কোনোবা ওলাল উত্তৰলৈ, দক্ষিণলৈ, পূৰ্বলৈ আৰু কোনোবাই ওলাল পূব পিনে-পশ্চিমপিনে, নগৰ-চহৰ, গাওঁ য'লৈকে গ'ল সজালে মছজিদ গীৰ্জা, গুৰুদুৱৰা, মন্দিৰ পূজাঘৰ নামঘৰ, থান, সত্ৰ, মঠ আদি। সকলোবে/উদ্দেশ্য একেটা কেৱল এক সৃষ্টিকৰ্তাৰ নামত একমনে এক চিত্তে উপাসনা কৰা, প্ৰাৰ্থনা কৰা, পূজা-অৰ্চনা কৰা, নাম-কীৰ্তন কৰা, সকলোৱে বিচাৰিলে—ইহকাল আৰু পৰকালৰ মুক্তি, পাপ মোচনৰ বাবে। আৰু কোনোবাই আল্লাক বিচাৰি নিজৰ ঘৰ এৰি, মায়া মমতা এৰি হেৰা পৰ্ব্বতৰ গুহাত আৰাধনা-উপাসনা কৰিলে। এদিন আল্লা সন্তুষ্ট হৈ দূতযোগে ঐশ্বৰিক বাণী আল্লাৰ কালাম নবীক দি গ'ল। ঐশ্বৰিক সেই বাণীবোৰেই আল্লাৰ প্ৰেৰিত ৰচুল বিশ্বনবী মানুহৰ মাজত প্ৰচাৰ কৰিলে। এইদৰেই প্ৰচাৰ কৰিলে মহাপুৰুষ যীচুৱে। মানুহবোৰে এই ধৰ্মৰ বাণীবোৰত বিচাৰি পালে, সৃষ্টিৰ ৰহস্য, জীৱনৰ ৰহস্য আৰু পৱিত্ৰ নিষ্পাপ জীৱনৰ সন্ধান, মুক্তিৰ পথ; ভ্ৰাতৃত্ব, প্ৰেম, উদাৰ আৰু মহানুভৱতাৰ পথ, যি পথৰ অমৃতসুধা মানুহৰ জীৱনলৈ আনি দিয়ে অফুৰন্ত আৰু শাশ্বত জীৱনৰ সোৱাদ।

এইদৰেই অন্ধযুগৰ যৱনিকা পৰিল এটা নতুন যুগৰ সূচনা হ'ল—নতুন পৃথিৱীত নতুন সভ্যতাৰ পাতনি মেলিলে বিস্তাৰিত হ'ল।

কথাবোৰ গাঁৱলীয়া ল'ৰা-ছোৱালীয়ে শিকিলে,—নাহৰণী গাওঁৰ স্কুলৰ ল'ৰা-ছোৱালী ছাত্ৰ-ছাত্ৰীয়ে শিকলে, আৰু ল'ৰা-ছোৱালীবোৰৰ কোমল পৱিত্ৰ অন্তৰবোৰ আনন্দত ভৰি পৰিল, নতুন আশাৰে পৃথিৱীখনক বুজিবলৈ চেষ্টা

কৰিলে, সন্মুখত নতুন আশাৰ ৰেঙণি দেখা পালে। বহুতেই মনপুতি পঢ়া-শুনাত লাগিল। পথাৰত হালবাই থাকোতেও স্কুলৰ পঢ়াৰ চিন্তা, বিলত মাছ মাৰি থাকোতেও পঢ়াৰ চিন্তা, ভুই কই থাকোতেও জ্যামিতিৰ উপপাদ্যৰ সূত্ৰ মনত পেলোৱা, এলজেব্ৰাৰ ফৰমূলা মুখস্থ কৰা। ইংৰাজী কবিতাৰ সাৰাংশ মুখস্থ কৰা—মনত পেলোৱা ইত্যাদি ইত্যাদি।

মন বন্ধনহীন, মুক্ত। আকাশ মুক্ত আৰু নীলা। এই নীলা আকাশখনত দিনটোৰ ভিতৰত বিভিন্ন ৰঙৰ বিচিত্ৰাৰ মেলা পাতে। আকাশৰ বুকুত কেতিয়াবা ঘন ক'লা মেঘ, বগা মেঘ, উৰণীয়া ভাৱৰে আকাশখন ভাল লগা কৰি তোলে। গছৰ আঁৰত, পাতৰ মাজত পৰ্ব্বতৰ চূড়াত মেঘৰ লুকাভাকু। সৃষ্টিৰ এই বিনন্দীয়া মনোৰম প্ৰকৃতিৰ সৌন্দৰ্য ৰূপৰেখা, মন্দাকিনী ফল্গুধাৰা—নৈ-নিজৰাৰ কুল কুল গীত, হাবি বননি আৰু শান্ত তপোবন সকলোৰে ভাল লাগে। প্ৰকৃতি মানুহৰ বন্ধু, লগৰীয়া প্ৰকৃতিক কোলাত মানুহ আৰু অন্য জীৱজন্তু লালন পালন হৈছে—জীৱনৰ আৰম্ভণি ইয়াতেই শেষ ইয়াতেই।

প্ৰকৃতিৰ মৰম-চেনেহ ভালপোৱা, ৰূপৰ মাধুৰ্য, চিৰন্তন লৈয়ে মানুহ জীয়াই আছে, প্ৰকৃতিয়ে মানুহৰ জীৱনৰ সকলোৱে প্ৰকৃতিৰ মৰমত মানুহ হাঁহে প্ৰকৃতিৰ ধ্বংসলীলাত মানুহ ধ্বংস হয়, কান্দে—চকুপানী টুকে। এই হাঁহি-কান্দোন লৈয়ে আশা-প্ৰতীক্ষা লৈয়ে অনন্তকালৰ কোনোৱা দিনৰ পৰা আকাশৰ তলত, নৈ-নিজৰাৰ আৰু কোনোবাই লুইত, বৰনৈ, সোৱণশিৰি, লোহিত, দিচাং, দিখৌ নৈৰ পাৰত আকৌ কোনোবাই নীলনদী হোৱাংহো, গঙ্গা, কাবেৰি, কৃষ্ণা, পদ্মা, মেঘনা, বুঢ়ীগঙ্গা, আমাজান, মিচিচিপি, ৰবী, সিন্ধু, যমুনা আৰু কতো নৈ-উপনৈৰ পাৰত।

আৰু,

হাবিৰ মাজে মাজে
পাহাৰৰ ওচৰে ওচৰে
পৰ্বতৰ দাঁতিত, কাষত
বন বিৰিখৰ তলত

ৰবফৰ দেশত, সূৰ্য উঠাৰ দেশত মানুহ গাওঁ পাতি, ঘৰ বনাই, পৰিয়াল হৈ সমাজপাতি, প্ৰত্যেক সমাজৰ নিয়ম-কানুন, ৰীতি-নীতি, পৰম্পৰা বজাই বংশমৰ্যদা মান-সম্মান ৰক্ষা কৰি, কোনোবাই খেতি কৰি শিল ভাঙি, কোনোবাই

ৰজাৰ তলত প্ৰজা হৈ ৰজাক কৰ-কাটল খাজনা দি জীৱন অতিবাহিত কৰিব ধৰিলে। কোনোবাই মছজিদৰ ইমাম, মন্দিৰৰ পূজাৰী, ব্ৰাহ্মণ হৈ, গীৰ্জাৰ ধৰ্মযাজক হৈ সত্য আৰু সত্যৰ পথ, পৰম দয়ালু কৰুণাময় আল্লা, একেশ্বৰবাদৰ পথ, যি পথ জ্ঞানী গুণী আৰু মহামানৱ—মহাপুৰুষৰ পথ বিশ্বমানৱৰ পথ, যি পথ সদায় চিৰন্তন সকলোৰে বাবে মধুৰ আৰু প্ৰেমৰ, মৰমৰ, মোক্ষ ক্ষমা আৰু সহায়ৰ পথ। অনিত্য জীৱনত মানুহে সেই পথৰ পথিক; কৰ্মৰ উপৰিও সাংসাৰিক জীৱন-যাপন কৰাৰ উপৰিও সেই চিৰন্তন পথেই জীয়াই থকাৰ পথ; পৰকালৰ সত্য বাটত বাট দেখুৱাই লৈ যায়, লৈ যায় স্বৰ্গত, হেভেন, বৈকুণ্ঠপুৰলৈ স্বৰ্গলৈ য'ত মানুহৰ কোনোদিনেই মৃত্যু নাই; কেৱল আছে মহাসুখ, যত মানুহ বুঢ়া নহয় প্ৰৌঢ়া নহয়—সদায় যুৱক-যুৱতী হৈ যৌৱনৰ মন্দাক্ৰান্তা ফল্গুধাৰাত সময় কটায় কেৱল চিৰবসন্ত কালৰ বাগিছাত বহি আৰু ইচ্ছামতে যৌৱন উপচি পৰা সুন্দৰী উৰ্বশী, মেনকা, অপচৰা, হুৰ-পৰীৰ লগত নাচি বাগি উপভোগ কৰি, কায়িক মিলনত মিলিত হৈ থাকিব পাৰিব আৰু এই ভোগ-বিলাসৰ, আনন্দৰ কেতিয়াও শেষ নহয়, সুখ, সৌন্দৰ্য, যৌৱন সদায় একে থাকে।

## ছয়

শান্ত, জুৰ জুৰ বিৰ বিৰ বতাহজাক বলিছিল। বতাহজাক গা-মন জুৰ পৰি যোৱা, ভাল লগা আছিল।

বাথমৰা নৈৰ পাৰত নাহৰণী স্কুলত পঢ়া কেইবাজনো ল'ৰাই নিজৰ গাই গৰুবোৰ চৰাবলৈ নিছিল। গৰুবোৰ উমলিছিল পথাৰে পথাৰে নৈৰ পাৰে পাৰে, হাবি বননিয়ে মুকলিমুৰীয়াকৈ স্বাধীন আৰু ইচ্ছামতে। ল'ৰাজাক লেটুক, কৰদৈ, ৰবাব টেঙা কলপাতত নিমখ আৰু জলকীয়া মিহলাই খাইছিল বৰ জুতিৰে, তৃপ্তিৰে হেপাহ পলুৱাই। গৰখীয়াৰ কাম গৰুবোৰ মেলি দি গছৰ তলত জুম পাতি বৈ থকা, হোৱাই নোহোৱাই আগগুৰি নোহোৱা কিছুমান কথা পতা। গছ বগাই উঠি ময়না, টিয়া, কপৌ, শালিকা, বগলী, পানীহাঁহ কালিমৰ পোৱালী ধৰি অনা আৰু ঔদাহে বৈদাহে ঘূৰি ফুৰি সময় কটোৱা। ছুপৰীয়া ঘৰবপৰা অনা চিৰা, মুৰি, ভীমকল, বৰতমনি কল, মালভোগ কল

জলপান কৰি খোৱা। নৈ, বিলৰ পানীতে গা ধোৱা। প্ৰায়ে ল'ৰাবোৰ খেলে, দৌৰে হাই-দন, কাজিয়া লাগে খেদাখেদি হয়, ইজনে সিজনক নমতা হয়, মুখ ওকোন্দা ওফোন্দি হয়, আকৌ মাত বোল কৰে মিলি যায়, খেলে—সকলো পাহৰি যায় হাই-কাজিয়া, দন। বাঙী, পাখৰী, বগী, ক'লা, নাচনী, ভেজাল, লেংৰী, নেজৰ্থ'বা নেজৰ্থ'ৰী, চেঁউৰী, দমৰাবোৰ খেদি আনি পালত সোমাব লাগে।

দুপৰীয়াৰ ৰ'দজাক টানকৈ ওলাইছিল।

চৌদিশে সূৰ্যৰ বগা স্বচ্ছ পবিত্ৰ পোহৰ সমভাবে বিয়পি পৰিছিল। বতৰ ফৰকাল আছিল। বগলীমাৰি পথাৰৰ মাজৰ আঁহত গছজোপাৰ তলত ল'ৰাবোৰ বহিছিল। টাংগুটি খেলি খেলি ভাগৰ লাগিছিল আৰু ভোকও লাগিছিল।

"স্কুল খোলা থাকিলেই ভাল" মতিনে তাৰ লগত পঢ়া ধনৰ ফালে চাই ক'লে।

"এৰা ও" ধনে ক'লে।

"ৰ'দ বৰষুণ, ভোকে পিয়াহে ভাগৰে জুগৰে গৰু চাৰিব নোৱাৰি—গৰু চোৱা কাম ভাল নেলাগে" নবীনে মতিন আৰু ধনৰ ফালে চাই ক'লে। নবীনৰ কথাত অভিযোগৰ সুৰ নিহিত হৈ আছিল।

মতিন, ধন আৰু নবীনৰ ফালে চাই পোহৰ আলিয়ে ক'লে :

"স্কুল খোলা থাকিলেই ভাল, স্কুলত যাবলৈ ভাল লাগে। এনিমা বাইদেউজনী বৰ মৰম কৰে, সকলো ল'ৰা-ছোৱালী এনিমা বাইদেউৰ বাবে, বাইদেউৰ মৰমৰ বাবে স্কুললৈ আহে। নিজৰ ডাঙৰ বাইদেউৰ নিচিনা স্কুলত বাইদেউজনী ইমান মৰম কৰি পঢ়ুৱায় যে স্কুল নে ঘৰত পঢ়িছো ধৰিব নোৱাৰি। বাইদেউৰ মৰমৰ বাবে, চেনেহৰ বাবে ল'ৰা-ছোৱালীবোৰ স্কুলত ভৰি পৰিছে ঠাহ খাই পৰিছে—স্কুলত নধৰা হৈছে। ল'ৰা-ছোৱালীবোৰ যেন বাইদেউৰ মৰমত, বাইদেউৰ বাবেই স্কুলত যায়।" নৈৰ পাৰত পুৰণি আঁহত গছজোপাৰ তলত বহি কথাবোৰ শুনিছিল পোহৰ আলিৰ মুখৰ ফালে চাই।

বেলি পৰি আহিছিল পশ্চিম আকাশৰ তললৈ—ৰঙা হৈ। ওৰে দিনটো দিনমণি আকাশত নিজ গতিৰে পোহৰ বিলাই নিজা প্ৰতিশ্ৰুতিৰে নিজা ধৰ্ম লৈ বিশ্ববাসীৰপৰা বিদায় লৈছিল গৰখীয়া ল'ৰাবোৰৰ পৰা বিদায় লৈছিল। গৰখীয়া ল'ৰাবোৰ গৰু গাইবোৰ খেদি বাটৰ ধূলি উকৰাই গধূলি হোৱাত

ৰংমুৱা হৈছিল। নাহৰণী গাওঁৰ পশ্চিমৰ আকাশত তেতিয়া বেলি মাৰ যাওঁ যাওঁ, দূৰ-দিগন্তৰপৰা পথাৰ হাবি-বননিৰ পৰা চৰাই-চিৰিকতিবোৰ পাখীত বাওলী বেলিৰ কিৰণ সানি নীড়লৈ উৰা মাৰিছিল আনন্দ মনে। শেষ হৈছিল এটা দিনৰ বেহা, এটা কৰ্ম্মব্যস্ত দিনৰ—এটা দিনৰ।

## সাত

দিনবোৰ পাৰ হৈছিল।

এনিমা ডাক্তৰ বিমল চৌধুৰীৰ লগত চিনাকি হৈছিল—পৰিচিত হৈছিল। এনিমা বিমলৰ চেম্বাৰলৈ গৈছিল আৰু ডাক্তৰ বিমল চৌধুৰী এনিমাক লগ ধৰিবলৈ, খবৰ লবলৈ আহিছিল কাজৰ মাহঁৰৰ ঘৰত, কেতিয়াবা স্কুলত। বিমল চৌধুৰীৰ লগত এনিমাৰ কথা-বতৰা হৈছিল। কথা পাতিছিল দিনত, জোনাকৰ পোহৰত বহি বিমল আৰু এনিমা, এনিমা আৰু বিমল নিৰবে, নিবিড়ভাবে, অকল বিমল আৰু এনিমাই। ডাক্তৰ বিমল চৌধুৰী কব নোৱাৰাকৈয়ে কোনো আপত্তি, বাধাহীন দ্বিধাহীন বন্ধনহীনভাবে চঞ্চল আৰু মুক্ত হৈ কৈছিল—বায়োলজীৰ কথা, এনাটমীৰ কথা, মানুহৰ জীৱনৰ কথা, পুৰুষ আৰু তিৰোতাৰ যৌন জীৱনৰ কথা, যৌবনৰ কথা, চেক্স, লিঙ্গৰ কথা; আদিম নগ্ন, নঙঠা মানুহ যিয়ে কেৱল প্ৰেম, ভালপোৱা আৰু যৌবনৰ মদিৰা লৈ সৃষ্টিৰ আনন্দত মত্তলীয়া হৈ, উন্মাদিত-উদভ্ৰান্ত হৈ পৃথিবীৰ ইমূৰৰ পৰা সিমূৰলৈ একেটা জীৱনত কেঁচুৱা, ল'ৰা, ছোৱালী, ডেকা ল'ৰা, গাভৰু ছোৱালী, পিতৃ-মাতৃ, ককাদেউতা, আইতা বুঢ়ী আইতা আদি নাম লৈ, পৰিচয় দি জীয়াই আছে বৰ আশাবাদী হৈ, ৰঙীন স্বপ্নবিভোৰ হৈ। ডাক্তৰ বিমল চৌধুৰীয়ে আৰু কৈছিল ভিচেক্‌চন বিভিচেকচনৰ কথা, যৌন জীৱনৰ কথা, জীৱনৰ সৃষ্টিৰ আৰু ধ্বংসৰ কথা—ৰাতিৰ শুক্লপক্ষৰ জোনাকৰ স্নিগ্ধ পোহৰ আৰু নিৰৱতাত বহি। বিমলৰ কথাবোৰ এনিমাই তন্ময়, মৌন হৈ বিমলৰ ল'নি ধুনীয়া, সুন্দৰ মুখখন আৰু চকু দুবিলৈ একেথৰে অপলক নয়নে চাই শুনি গৈছিল—পৃথিবীৰ সকলো কথা পাহৰি, নিজকে পাহৰি, নিজৰ জীৱনৰ এৰি অহা দিনবোৰৰ, পৰিচিত দিনবোৰৰ কথা পাহৰি, সময়ৰ কথা পাহৰি।

বাহিৰত তেতিয়া গভীৰ ৰাতিৰ শান্ত নিৰৱতা ভৰা, আৰু জোনাকৰ পবিত্ৰ ৰূপালী পোহৰ চৌদিশে বিয়পি পৰিছিল। কোলাহলহীন ৰাতিৰ প্ৰাণময়তা।

আৰু এটা সময়ত এনিমা ডাক্টৰ বিমল চৌধুৰীৰ বুকুৰ মাজত নিজৰ মূৰটো সুমুৱাই দি খুব জোৰেৰে সাবটি ধৰিছিল আৰু এনিমাই ঘন ঘনকৈ উশাহ লৈছিল। তেতিয়া ৰাতি আৰু গভীৰ হৈ আহিছিল—নিৰৱ হৈ আহিছিল। কুঁৱলী মিহলি পাতল শান্ত বতাহজাক মৃদু আছিল আৰু নিৰবে বলিছিল। বিয়পি থকা জোনৰ পোহৰত ডাক্টৰ বিমল চৌধুৰী এনিমাক নিজৰ বাহুৰ মাজত, বুকুৰ মাজত বিচাৰি পাইছিল আৰু নিজৰ উত্তপ্ত ওঁঠ দুটা কিছু সময় এনিমাৰ গালত আৰু কোমল ওঁঠ দুটাত হেঁচা মাৰি ধৰিছিল বহুত পৰলৈ। দুটা কেঁচা অম্লান যৌবন, দুটা কেঁচা তেজ মঙহৰ দেহা, দুটা জীৱন্ত জ্বালামুখী পৃথিবীৰ পৰা আঁতৰি কোনোবা অজান, অপৰিচিত দেশত বিচাৰিছে দুয়ো দুয়োকো,—দুয়ো দুয়োৰ ভালপোৱা, মৰম, চেনেহ শাশ্বত মানৱ জীৱনৰ ভূমিকা, সঙ্গ, চিৰন্তন পথ, যি পথৰ প্ৰেৰণা কেৱল ভালপোৱা প্ৰেম আৰু যত আছে কেৱল জীৱনৰ ৰাংঢালী ৰূপ, আগুৱাই যোৱাৰ পবিত্ৰ আৰু সুন্দৰ পথ প্ৰাণময়তা, চঞ্চলতা লৈ সীমাহীন—বন্ধনহীনভাৱে যি জীৱনৰ শেষ নাই কোনো কালেই।

*　　　*　　　*　　　*

স্কুলৰ কামবোৰ নিয়াৰিকৈ পৰিপাটিকৈ আৰু বৰ সুন্দৰভাৱে চলি থাকিল—হৈ থাকিল। স্কুলৰ ঘৰ বনোৱা কাম শেষ হ'ল। খেৰৰ চালৰ ঠাইত টিনপাতৰ হ'ল; ঘৰবোৰ পকা হ'ল, বেৰত চূণ তেল দিয়া হ'ল। হেড মিষ্ট্ৰেছৰ বাবে সুকীয়াকৈ এটা কোঠা বনোৱা হ'ল—শিক্ষকৰ কমন-ৰুম এটাও বনোৱা হ'ল আৰু কমন-ৰুমৰ কিছু অংশত স্কুলৰ সৰু লাইব্ৰেৰীটো ৰখা হ'ল। স্কুলৰ সন্মুখত ল'ৰা-ছোৱালী খেলিব পৰাকৈ এখন খেলপথাৰ আৰু স্কুলৰ কম্পাউণ্ডৰ ভিতৰত ঠিক অহা-যোৱা কৰা সৰু বাটটোৰ কাষে কাষে আৰু স্কুলঘৰটোৰ আগফালে গোলাপ, তগৰ, খৰিকাজাই, চম্পা, পাৰিজাত থলপদুম, অশোক ফুল আৰু পিছফালে শেৱালী, নাহৰ, কৰবী আৰু বকুল ফুলৰ গছবোৰ লগোৱা হ'ল। মাজে মাজে নাৰিকল আৰু তালগছও লগোৱা হ'ল। এতিয়া স্কুলখন আৰু সুন্দৰ হৈ পৰিল। স্কুলৰ কম্পাউণ্ড চাফ-চিকুণ আৰু পৰিপাটিকৈ

নিকাকৈ ৰখা হ'ল—ধুনীয়াকৈ ৰখা হ'ল। সময় পাৰ হোৱাৰ লগে লগে স্কুলখন দেখাত আৰু মনোৰম হৈ পৰিল—গছে বনে ফুলে জাতিস্কাৰ হৈ পৰিল—মনোমোহা হৈ পৰিল, সকলোৰে বাবে ভাল লগা হৈ পৰিল।

দিন যোৱাৰ লগে লগে স্কুলত ছাত্ৰ-ছাত্ৰীৰ সংখ্যা আৰু বাঢ়িল—ওচৰৰ গাওঁৰ ল'ৰা-ছোৱালীৰ উপৰিও দূৰ দূৰ গাওঁৰ ল ৰা-ছোৱালী স্কুলৰ পোছাক পিন্ধি গাওঁৰ পিছত গাওঁ, পথাৰ ধাননি পথাৰ, বাহঁবাৰী, তামোলবাৰী, ঔগছৰ তল আহঁত গছৰ তল পাৰ হৈ আহি স্কুল ভৰি পৰিল। পাঁচজন ল'ৰাই অঙ্কত লেটাৰ নম্বৰ পাই মেট্ৰিক পাছ কৰিলে—ছয়জনে দ্বিতীয় বিভাগত, দুজনে তৃতীয় বিভাগত পাছ কৰিলে। ফেল এজনো নাই। স্কুলৰ নাম অসমৰ ভিতৰতে জনাজনি হৈ গ'ল, স্কুলৰ সুনাম সকলোৰে আৰু সকলো ঠাইতে পৰিচিত হৈ গ'ল। চৰকাৰৰ ফালৰ পৰা এড্‌হক মঞ্জুৰী দিয়া হ'ল আৰু শিক্ষক শিক্ষয়িত্ৰীয়ে নিয়মিত দৰমহা পোৱা হ'ল। বাইজৰ ফালৰ পৰা প্ৰধান শিক্ষয়িত্ৰী এনিমাক সন্মান, আদৰণি জনোৱা হ'ল প্ৰশংসা কৰা হ'ল আৰু বাইজৰ ফালৰ পৰা স্কুলৰ উন্নতিৰ বাবে দিব পৰা কৰিব পৰা সকলো সহায় সহযোগ কৰিবলৈ প্ৰতিশ্ৰুতি দিয়া হ'ল।

## আঠ

শীতকাল।

পুহ মাহৰ পহিলা ভাগ। কেইদিনমান আগতে বৰষুণজাক হৈছিল—সেইয়ে শীত বেছি হৈছিল। ডাঠ কুঁৱলী আৰু শীত চৌদিশে বিয়পি পৰিছিল। গৰু গাইবোৰ পথাৰত এৰি দি গাওঁৰ মানুহবোৰ জুইকুৰাৰ ওচৰত বহিছিল—তিল পিঠা, সান্দহ, তেলপিঠা, ভকাপিঠা গৰম চাহৰ লগত খাইছিল। শীতৰ লগত পাতল ফিৰফিৰিয়া বতাহজাক বলিছিল। বাট পথবোৰ নিকা আৰু পৰিষ্কাৰ আছিল। চাৰিওফালে উদং গৰুৰ পাল আৰু উদং পথাৰ।

কান্তিৰাম গাওঁবুঢ়াৰ ঘৰত দুপৰীয়াৰ ভাতসাজ খাই এনিমা ঘৰলৈ উলটিছিল। শীত হোৱা বাবে বতৰৰ লগত মিলাই এনিমাই গাত এখন ফুলাম এৰী চাদৰ আৰু মুগাৰ বিহা মেখেলা পিন্ধিছিল—ডাৰ্ক ভায়োলেট কালাৰৰ

ফুগ্লেটাৰ এটাও পিন্ধিছিল। দীঘলকৈ গঁথা বেণীডাল বুকুৰ ওপৰেদি ওলমাই দি বাটে বাটে আহি আছিল। কাতিৰাম গাওঁবুঢ়াই এনিমাক আগবঢ়াই থবলৈ আহিছিল।

পুহ মাহৰ নীলা আকাশখন ভাল লগা আছিল। দুই এচপৰা বগা উৰুণীয়া ডাৱৰে আকাশখন আৰু বিচিত্ৰ কৰি তুলিছিল—ভাল লগা আৰু মোহনীয় কৰি তুলিছিল।

আগে আগে কাতিৰাম গাওঁবুঢ়া পিছে পিছে এনিমা গাওঁৰ ওখোৰা-মোখৰা বাটত লাহি খোজ দি আহি আছিল। এনিমা আৰু কাতিৰাম গাওঁবুঢ়া যেতিয়া 'বুঢ়ীৰ চক' পাইছিল ডাক্তৰ বিমল চৌধুৰী আহতগুৰি গাওঁৰ পৰা বেমাৰী চাই আহি পাইছিল।

"তুমি ডাক্তৰ বোপাৰ লগতে যোৱা" কেঁচা 'তামোলৰ পিৰুখিনি পেলাই কাতিৰামে ক'লে—কাতিৰামৰ চকু-মুখত আনন্দ মিহলি হাঁহি—। কাতি-ৰামে পুনৰ ক'লে:

"বেলি পৰি আহিছে সোনকালে যোৱাগৈ" কথাখিনি কওঁতে কাতিৰামৰ ৰঙা জিভাখন আৰু পিক লাগি লাগি মলিয়ন হোৱা দাঁতবোৰ ওলাই পৰিছিল। "হব দিয়ক খুৰাদেও"—এনিমা আৰু বিমলে হাত তুলি নমস্কাৰ জনালে আৰু একেলগে ক'লে—

"নমস্কাৰ"

কাতিৰাম গাওঁবুঢ়া ঘৰলৈ উলটিল।

তেতিয়া আবেলি। পথাৰৰ পৰা মানুহবোৰ পকা ধানৰ ডাঙৰী আৰু মুঠিবোৰ গৰু, ম'হৰ গাড়ীত বোজাই দি ঘৰমুৱা হৈছিল। আৰু বহুতেই ধানৰ ডাঙৰীবোৰ ভাৰ বান্ধি কান্ধত লৈ বেগাই ঘৰলৈ খোজ লৈছিল—সকলোৰ চকু-মুখত ভাগৰ মিহলি পকা ধান চপোৱাৰ আনন্দৰ হাঁহি। খেতি চপোৱাৰ আনন্দত সুখী হৈছিল সকলোৰে—ভাগৰ কাৰো লগা নাছিল—লক্ষ্মীক ঘৰ চপাইছিল, ভঁৰালত সুমুৱাইছিল। খেতি, খেতিৰ পথাৰ, খেতিৰ ধান, খেতিয়কৰ জীৱন, খেতিয়ে জীৱনত ৰঙ ঢালে; জীয়াই ৰাখে নিজক—ল'ৰা-ছোৱালীক, পৰিয়ালক।

এনিমা আৰু বিমল দুয়ো খোজ কাঢ়িয়ে গৈ আছিল। বাটে বাটে লগ পোৱা, চিনাকি অচিনাকি, পৰিচিত অপৰিচিত সকলোৰে বিমল আৰু

এনিমাক নমস্কাৰ জনালে। বিমল আৰু এনিমাই সকলোৰে খবৰ ললে কোন কেনে আছে, সকলোৱে কুশলে মঙ্গলে আছে! ভালে আছে!!

কিছুদূৰ যোৱাৰ পিছত বুঢ়ীনৈ পাৰ হৈ গৰুৰ পাল লৈ গৰখীয়া ল'ৰা-বোৰ আৰু গৰু, ম'হৰ গাড়ীত ধানৰ মুঠি বোজাই দি গৰু ম'হৰ গলত পিন্ধোৱা ঘণ্টা বজাই এক অপূৰ্ব আৰু মনোৰম গাৱঁলীয়া জীৱনৰ চিৰন্তন আৰু শাশ্বত ছবি, দৃশ্য চাই অকৃত্ৰিম কৰ্মব্যস্ত পৰিশ্ৰমী মানুহবোৰক চাই বিভোৰ হৈছিল—বিমল আৰু এনিমা—এনিমা আৰু বিমল। অলপদূৰ যোৱাৰ পিছত বিমল বৈ গ'ল আৰু এক প্ৰকাৰ ঘূৰি চাই কৈ উঠিল: 'এই খোৱা-জনলৈ চোৱা—নাম নিজাম, খেতিত কাম কৰোঁতে ভৰিত ঘা এডোখৰ হৈছিল, চিকিৎসাৰ অভাৱত। ঔষধৰ অভাৱত ভৰিৰ ঘা আৰু ভাল নহ'ল, চেপটিক হৈ ভৰি পচিল। টকাৰ অভাৱ ঔষধ কিনাৰ পইচা নাই, পেটৰ ভাত নাই। এতিয়া ৰাতি শুবৰ ঘৰ নাই, পিন্ধিবলৈ কাপোৰ নাই—অভাৱ আৰু দৰিদ্ৰতাই নিজামক বলীয়া কৰি দিছে, নিজামক শেষ কৰি দিছে—পৃথিবীয়ে নিজামক একো নিদিলে।" "আপুনি চিকিৎসা নকৰিলে কিয়" এনিমাই ডাঃ বিমল চৌধুৰীৰ ফালে তীব্ৰ চাৱনীৰে চাই কৈ উঠিল। "মোৰ ডাক্টৰী পাচকৰাৰ আগতে নিজাম কাকাৰ ভৰিৰ সকলো শেষ হৈ গৈছিল" বিমলে ক'লে। বিমলৰ কথাত অসহায় আৰু বিষাদৰ সুৰ নিহিত হৈ আছিল, নিৰাশাৰ সুৰ নিহিত হৈ আছিল। নিজামৰ খবৰ কৰি, নিজামৰ ওচৰলৈ গৈ পকেটৰ পৰা দুটা টকা নিজামক দি, মূৰত হাত ফুৰাই ক'লে :—

"ককাই এইয়া লোৱা ডাক্টৰখানালৈ আহিবা, মই চাই চিন্তি ঔষধ দিম"।

বিমল আৰু এনিমা পুনৰ কিছুদূৰ আগবাঢ়িল—গাওঁৰ শান্ত নিৰিবিলি বাটত। আঁহত গছ জোপাৰ তলৰ ছাঁত বহি দিলে। কেঁচা দুবৰী বন, সেউজীয়া গালিচা যেন হৈ আছে। বিমল চৌধুৰী এনিমাৰ ওচৰত বহি কিছু উদাসীন, বিষন্ন গধুৰ আৰু ভাবাক্ৰান্ত হৈ কৈ গ'ল :

"সৌৱা বাস্তাটোৰ সিপাৰে থকা জুপুৰী জৰাজীৰ্ণ ঘৰটোত থকা মানুহজনী এতিয়া পাগলী। তাইৰ সকলো আছিল—ঘৰ, সংসাৰ ল'ৰা-ছোৱালী, স্বামী; কিন্তু এবাৰ হাইজাত স্বামীৰ মৃত্যু হ'ল। গাওঁত ডাক্তৰখানা নাই ঔষধ নাই। চহৰলৈ নিবলৈ পইচা নাই আৰু বিনা চিকিৎসা, ঔষধৰ অভাৱত মানুহজন মৰি

থাকিল। মানুহজন মৰাৰ পিছত দেশত ডাঙৰ বানপানী হৈ অন্য মানুহৰ লগতে এই মানুহজনীৰ ঘৰ উটুৱাই নিলে—ইয়াৰ এমাহৰ পিছত মানুহজনীৰ একমাত্ৰ ল'ৰাটি টাইফয়েড হৈ মৰিল। সেইদিনৰ পৰা মানুহজনী সৰ্বহাৰা সৰ্বশ্ৰান্ত হ'ল—মানুহজনীৰ পৃথিবীত একোৱে নেথাকিল, নেথাকিল ঘৰ, সংসাৰ, ল'ৰা, স্বামী। এতিয়া মানুহজনী অস্বাভাৱিক, পাগলী, জীৱনযুদ্ধত সকলো হেৰুৱাই পাগলী হৈ গৈছে। নিয়তিয়ে মানুহজনীক তিল তিলকৈ খাই শেষ কৰি দিছে, সময়ে মানুহজনীক দিলে কেৱল পৰাজয়, হতাশা আৰু কঢ়িয়াব নোৱাৰা দুখৰ আৰু শোকৰ বোজা। পাগলী হৈ মৃত্যুৰ দিন গণি জীয়াই থকা এয়া কেৱল গাৱঁলীয়া জীৱনৰ এটা উদাহৰণ।"

কথাখিনি কৈ বিমলে এনিমাৰ ফালে চাই দীঘল এটা হুমুনিয়াহ কাঢ়িলে। সজল আৰু অন্তহীন কৌতূহল হৈ চাই থকা এনিমাৰ হাতত ধৰি প্ৰায় টানি উঠালে আৰু কঁপা কঁপা মাতেৰে ক'লে :

"বলা যাও এন্ধাৰেই হ'ল"

দুয়ো উঠি দিলে আৰু পাতল সন্ধিয়াৰ আন্ধাৰৰ মাজেদি খোজ দিলে। কিছুদূৰ যোৱাৰ পিছত এনিমাই কৈ উঠিল, "আপুনি চহৰ এৰি গাওঁলৈ কিয় আহিল?"

এনিমাৰ হাতৰ মুঠিৰ পৰা নিজৰ হাত এৰুৱাই নি বিমলে ক'লে :

"মই গাওঁলৈ কিয় আহিলো সেয়া বহুত দীঘলীয়া কাহিনী, কথা, অন্য এদিন তোমাক কম। কিন্তু তুমি চহৰৰ ছোৱালী হৈ গাওঁৰ ধূলি-মাটি বোকা-পানী আৰু এন্ধাৰৰ মাজলৈ কিয় আহিলা মই বুজা নাই, বুজি নেপালো।"

এন্ধাৰৰ মাজেদি এনিমাই বিমলৰ ফালে চাই ক'লে: 'সেয়া মোৰ ব্যক্তিগত কথা, কোনোৱাই শুনিব খুজিলে আৰু যদি পৃথিবীত কোনোবা মানুহ, নিজৰ মানুহ—চিনাকি পুৰুষ, ডেকা ল'ৰা, ডেকা ডাক্তৰ মোৰ কথা শুনিব বিচাৰে, মই কম, নিশ্চয় কম। মোৰ জীৱনৰ সকলো কথা এটাৰ পিছত এটাকৈ। জীৱনত মই কি বিচাৰো—মোৰ জীৱনৰ উদ্দেশ্য কি—আশা-আকাংক্ষা কি? আৰু মই গাওঁলৈ অহাৰ কাৰণ কি?. প্ৰতিশ্ৰুতি আৰু অঙ্গীকাৰ কি?"

কথাখিনি কওঁতে এনিমাই বিমলৰ গাত ধৰি আত্মপ্ৰত্যয় আৰু আত্ম-বিশ্বাস ৰাখিয়ে ক'লে—একেবাৰে আপোন মানুহক অভিযোগ কৰাৰ দৰে ক'লে।

এনিমাৰ কথাত বহুত দিনৰ পুৰণি অভিযোগৰ সুৰ নিহিত হৈ আছিল-মিহলি হৈ আছিল। কিছু সময় কাৰো মুখত মাতবোল নাই। দুয়ো নিমাত।

মৌন এনিমা।

নিৰৱ আৰু মৌন বিমল।

এনিমা আৰু বিমল দুয়ো খোজ ললে। আকাশত পঞ্চমীৰ ক্ষয়িষ্ণু জোনাকৰ শান্ত, পবিত্র পোহৰ আৰু আকাশত দুই এচপৰা ক'লা, ঘন ক'লা ডাৱৰে ৰাতিৰ তৰাভৰা আকাশখন বিচিত্র আৰু মোহনীয় কৰি তুলিছিল। শীতল, শান্ত, মৃদু বতাহজাক ৰাতিৰ নিৰৱতাক সাৱটি ধৰিছিল। সুন্দৰী, যৌৱন উপচি পৰা এনিমা আৰু সুশ্ৰী ডেকা বিমল এই বতাহজাকৰ মাজে মাজে আৰু প্ৰায় গাত গা লগাকৈ দ্বিধাহীনভাৱে খোজ দিছিল নাহৰণী গাওঁৰ খলা বমা ওখোৰা মোখৰা বাটত। এই যাত্ৰাত খোজত দুয়োৰে আছিল প্ৰাণ-প্ৰাচুৰ্য্যৰে ভৰা, প্ৰাণময়তাৰে ভৰা অন্তহীন প্ৰতিশ্ৰুতি। দুয়ো দুয়োকো নিচেই ওচৰৰ পৰা বুজি পোৱাৰ, নিজৰ মুক্ত বন্ধনহীন কোমল হৃদয়ৰ। অন্তৰৰ পৰিচয় আৰু চিনাকি দিয়াৰ; এই পৰিচয়, বুজি পোৱা। কেৱল প্ৰেম আৰু ভাল পোৱাৰ—যি ভাল পোৱা আৰু প্ৰেমৰ কোনো ভূমিকা নাই, আৰম্ভণি আছে শেষ নাই—চিৰন্তন আৰু নাই কোনো যুক্তি, অৱতৰণিকা—ই পবিত্ৰ আৰু পুণ্যৰ।

ৰাতি কিছু হৈছিল। পশ্চিম আকাশত কাঁচি জোনৰ ক্ষয়িষ্ণু নিৰ্মল, শান্ত পবিত্র পোহৰ ক্ৰমান্বয়ে নাইকীয়া হৈ আহিছিল। জোনটো অস্ত গৈছিল পুনৰ ওলাবলৈ। আৰু এটা সময়ত বিমল আৰু এনিমা আহি ফজিৰ মাষ্টৰৰ পদূলি মুখ পাইছিল। এনিমাক ফজিৰ মাষ্টাৰৰ আগ চোতালত থৈ, ফজিৰ মাষ্টৰক মাত এষাৰ দি বিমল বিদায় লৈ ওলাইছিল। বাঁহৰ জেওবাখন পাৰ হৈ এন্ধাৰৰ মাজৰ পৰাই পুনৰ বিমলে ক'লে :

"আজিলৈ আহিছো—কালিলৈ মোৰ ভালৈ আহিবা—মই সকলো কম।"

"থাম—স্কুলৰ পৰা আহোতে সোমাই আহিম" এনিমাই কলে।

"হব মই যাওঁ ৰাতি ভালেখিনি হ'ল।" বিমলে ক'লে আৰু ক্ষীপ্ৰবেগেৰে ডাক্তৰখানালৈ খোজ ললে।

ফজিৰ মাষ্টৰ ভেতিয়াও এনিমাৰ বাবে বৈ আছিল আৰু এনিমা ভিতৰত সোমোৱাৰ লগে লগে ক'লে :

"মুখ হাত ধুই ভাত খাগৈ, দিনৰ দিনটো চাগে একো খোৱাই নাই।" কাম কৰা ল'ৰাটোৱে ইতিমধ্যে এনিমা আৰু ফজিৰ মাষ্টৰক ভাত খাবলৈ মাতিছিল।

দিনৰ দিনটো ঔদাহে বৈদাহে গাঁৱে গাঁৱে ঘূৰি ফুৰি এনিমাৰ ভাগৰ লাগিছিল যদিও মনটো ভাল লাগি আছিল অজনা এক অফুৰন্ত আনন্দৰ বাবে।

## ন

নৈৰ নাম গদাধৰ। চিৰ প্ৰবাহিত, চিৰদিনেই বৈ আহিছে, বৈ আহিছে ভূটানৰ পাহাৰ-পৰ্বত, সৰু-ডাঙৰ পৰ্বতমালা অতিক্ৰম কৰি, সৰু-ডাঙৰ শিলৰ মাজে মাজে হিমালয়ৰ পাদদেশ পাৰ হৈ। এই গদাধৰৰ বুকুত, সোঁতত, পানীত লিখা আছে বহু যুগৰ বহু পুৰণি কালৰ এক শাশ্বত ইতিহাস এক অনাদি অনন্ত কালৰ কাহিনী; যুগৰ পিছত যুগ ধৰি বসবাস কৰা বিভিন্ন মানুহৰ সুখ-দুখৰ কাহিনী, বিভিন্ন জনগোষ্ঠীৰ, গোত্ৰৰ বিচাৰ ধাৰা, সমাজৰ ৰীতি-নীতি এই নৈৰ পানীৰ সোঁতত মিহলি হৈ বৈ আছে; যেনেকৈ বাধা দিব পৰা নাই গদাধৰক, সেইদৰে কোনও বাধা দিব পৰা নাই গদাধৰৰ চিৰ প্ৰবাহিত, খৰস্ৰোতা সোঁতৰ পানীক। এই নৈৰ সোঁতত নিহিত হৈ আছে দীনহীনজনৰ চকুপানী, আঢ্যৱন্ত চহকীজনৰ জীৱনধাৰা, ভোগ-বিলাস, সুখ-আনন্দৰ অন্তহীন কথা, কাহিনী।

গদাধৰ নৈ বয়।

বাৰিষাত জোৱাৰ উঠে।

জীৱন্ত,খঙাল আৰু উগ্ৰমূৰ্ত্তি ধৰি ফেনে-ফোটোকাৰে বৈ আহে তীব্ৰ বেগেৰে, কোবাল সোঁতত বুৰ যায় গাঁওৰ পিছত গাঁও, খেতি পথাৰ, পকা ধানৰ পথাৰ। গোহালীৰ গৰু, ম'হ উটি যায়, ভাহি যায়। কোবাল সোঁতত উটি যায় বনৰীয়া ম'হ, হাতী, গৰু আৰু অন্যান্য জীৱজন্তবোৰ। মানুহৰ ঘৰ দুৱাৰ, বস্তী, সৰু ঘৰ ডাঙৰ ঘৰ, জুপুৰি ঘৰ, নামঘৰ, মছজিদ, মকবৰা, মিনাৰা, ঈদগাহ মন্দিৰ, থান সত্ৰ, কালিবাৰী, পূজাঘৰ, নাচঘৰ, আৰু চৰণীয়া পথাৰ—সকলো ঠাই।

বছৰত এবাৰ,

বছৰত দুবাৰ,

বছৰত তিনিবাৰ, কেতিয়াবা বছৰত চাৰিবাৰ বানপানী হয়, বানপানী আহে গদাধৰত। এই পানীয়ে গদাধৰৰ বুকুত যুগ যুগ ধৰি বাস কৰা হিন্দু, মুছলমান, বড়ো কছাৰী, ৰাজবংশী, চাওতাল আৰু ওখ পাহাৰ পৰ্বতীয়া ঠাইত বাস কৰা টাই আহোম জাতিৰ লোক। আঁকা, ডফলা, আবৰ, চিংফৌ, নেপালী, লেপছা, ভূটীয়া সকলোৰ চৰণী বাহীৰ সুৰ আৰু ঢোলৰ চেও গদাধৰৰ পানীৰ সোঁতত প্ৰবাহিত হৈ বৈ আহে, বৈ আহে তেওঁলোকৰ ঘৰবাৰী সকলো, আৰু মানুহবোৰে সৰ্বস্ব হেৰুৱাই জীয়াতু ভোগে। তথাপি মানুহবোৰৰ মনত গদাধৰ চিনাকি, পৰিচিত। জীৱনসঙ্গী, পুৰাৰপৰা গধূলিৰে, গধূলিৰপৰা পুৱালৈকে সকলোৰে গদাধৰক চিনি পায়। এই গদাধৰৰ পাৰত লৰালি কালত সকলোৱে এৰি দি সাতুৰি নাদুৰি ডাঙৰ হৈছে। থৰালি কালত গদাধৰৰ পাৰত নদন বদন শস্য সৰিয়হ, ধনীয়া, মচুৰদালি, খেচাৰি মটৰমাহ, মগুমাহ, মাটিমাহ, তিল, বুট, তিশি, মাকৈ আৰু কত কি ফচল গদাধৰৰ পাৰত হয় তাৰ ইয়ত্তা নাই, হিচাপ নাই।

এই গদাধৰৰ পানীত বুঢ়া-বুঢ়ী, বোৱাৰী-জীয়ৰীসকলে স্নান কৰে, সকলোৱে গদাধৰৰ পবিত্ৰ পানী খায়, সকলোৰে তেজ মঙহত জন্ম-জন্মান্তৰৰ পৰা গদাধৰৰ পানী প্ৰবাহিত হৈ আছে। কঁকালত কলহ লৈ পানী আনিবলৈ যায় যৌৱন উপচি পৰা পদুমী, ভানুমতী, অলকা, কমলা, ৰহিলা আৰু সীতা এজনীৰ পিছত আনজনী ৰূপৱতী গাভৰুৱে। নৈৰ পাৰত সকলো কাপোৰ খুলি থৈ বিবস্ত্ৰ আৰু উলঙ্গ হৈ বৈ যোৱা গদাধৰৰ পানীত গা ধোৱে সাতুৰি নাদুৰে। নৈৰ পাৰেদি ম'হ আৰু গৰুৰ গাড়ীত বাহী বজাই পকা ধানৰ মুঠি, ডাঙৰী বোজাই দি লৈ যোৱা ডেকা ৰূপধন, ধৰণী, হেমকান্ত আৰু ফজলৰ ফালে চাই তন্ময় হয়, মৌন আৰু মন উতলা হয় আৰু এদিন ৰূপধনৰ লগত পদুমী, ফজলৰ লগত ৰহিলা, হেমকান্তৰ লগত আদোৰ, মহীধৰৰ লগত প্ৰতিমা প্ৰেমত পৰে, ভালপায় কিছুদিন সেউজীয়া ধাননি পথাৰৰ ধানৰ মাজত বহি লুকাই চুৰকৈ একেলগে বহি কথা পাতে, হাঁহে। মহীধৰে বাহী বজায় প্ৰতিমাই শুনে। মহীধৰে প্ৰতিমাৰ হাতত ধৰে আৰু দুটা কেঁচা অম্লান যৌৱন এক শাশ্বত আৰু চিৰন্তন মিলনত মিলিত হয়। প্ৰতিমাৰ ওঁঠ আৰু পকা ধানৰ দৰে ৰঙা

সোণ বৰণীয়া কোমল গালখনত মহীধৰৰ ওঁঠ দুটা হেঁচা মাৰি ধৰে। প্ৰতিমা চকুদুটা মুদি দি গদাধৰৰ বালিত শুই পৰে। মহীধৰক সাৱটি ধৰে আৰু মহীধৰৰ ওচৰত নিজৰ চঞ্চলা বাংঢালী যৌৱনৰ সকলো মদৰা ৰূপ ৰস, জীয়াই থকাৰ আনন্দ প্ৰেৰণা, জীৱনৰ পূৰ্ণতা বিচাৰি পায়; বিচাৰি পায় বিনন্দীয়া পৃথিৱীত কেৱল প্ৰেমৰ মন্দাক্ৰান্তা ফল্গুধাৰা, অময়া অমৃতধাৰা। প্ৰেম আৰু ভাল পোৱাৰ পৰাই সৃষ্টি এই পৃথিৱীৰ, বিশ্ব ব্ৰহ্মাণ্ডৰ, জোন, বেলি, গ্ৰহ, তৰা, উপগ্ৰহ, নক্ষত্ৰ, আকাশ, সাগৰ, মহাসাগৰ, গছ-লতা, ফল ফুল, নৈ-নিজৰা আৰু সকলো জীৱৰ প্ৰাণীৰ। ভালপোৱা আৰু প্ৰেমেই পৃথিৱীখন সুন্দৰ, শুৱনী, মৰমৰ আৰু চিৰন্তন চেনেহৰ কৰি ৰাখিছে সৃষ্টিৰ আদিৰে পৰা।

ৰূপৰ আৰু পদুমী দিনত দিবাকৰৰ স্বচ্ছ বগা পোহৰত আৰু ৰাতিৰ স্নিগ্ধ ৰূপালী মোহনীয়তা আৰু প্ৰাণময়তাৰে ভৰা জোনৰ পোহৰত উমলে, ঘুৰি ফুৰে ঔদাহে বৈদাহে গদাধৰৰ পাৰত গজা ঝাউগছৰ জোপোহাৰ মাজত, কঁহুৱা বনৰ মাজে মাজে মুক্ত বন্ধনহীন হৈ। এই যাত্ৰা, এই ভালপোৱা, প্ৰেম আৰু আনন্দ, মিলন, প্ৰতিশ্ৰুতি সীমাহীন আৰু অফুৰন্ত। দুটা কেঁচা যৌৱনৰ আহ্বানক পৃথিৱীৰ কোনো শক্তি, কোনো মানুহ, ৰাৰ, ৰজা-মহাৰজাই, জমিদাৰ, জোতদাৰ, আৰু কোনো প্ৰজাই বাধা দিব পৰা নাই, দিব পৰা ক্ষমতা নাই আৰু নহয়ও।

আৰু গদাধৰৰ ইপাৰে কালি মন্দিৰ, নামঘৰ, গণেশ মন্দিৰ, থান, মঠ, পূজাঘৰ আৰু সিপাৰে মছজিদ, মাদ্ৰাছা, মোক্তাব ঈদগাহ—যিবোৰত মানুহবোৰে নিজৰ নিজৰ ৰীতি-নীতি, লোককথা, বিশ্বাস, লোকাচাৰ আৰু ধৰ্মশাস্ত্ৰ মতে হিন্দুয়ে পাতে কালিপূজা, দুৰ্গাপূজা, ৰাথৌ পূজা, মনসা পূজা, বাসন্তী পূজা, বিষ্ণু পূজা, পাল নাম, কীৰ্তন-পাঠ আৰু মুছলমানসকলে ঈদৰ নামাজ, জুম্মাৰ নামাজ, দিনত পাঁচবাৰ আজান দি চুবেছাদেকৰ পিছত কাহিলী পুৱাত ফজৰৰ নামাজ, দুপৰীয়াৰ পিছত জোহৰ, গধূলি বেলি অস্ত যোৱাৰ এঘণ্টা আগত আছৰৰ, বেলি মাৰ যোৱাৰ লগে লগে মগৰীবৰ আৰু সন্ধিয়াৰ পিছত এশাৰ নামাজ পঢ়ে আৰু পৰম দয়ালু করুণাময় আল্লাৰ ওচৰত নতজানু হৈ এক চিত্তে এক মনে এক ধ্যানে বিচাৰে পাপ আৰু গুনাহৰ পৰা পৰিত্ৰাণ, মুক্তি, দোৱা আৰু মাগফেৰাত বিচাৰে। ইহকাল পৰকালৰ মালিকৰ পৰা এল্লাৰ কৱৰৰ ভিতৰত হোৱা আজাবৰ পৰা নাজাত বিচাৰে।

এই মানুহবোৰেই গদাধৰৰ জনবসতি বাসিন্দা। গদাধৰ বুকুত, দুই পাৰত তেওঁলোকৰ জীৱন, গদাধৰেই তেওঁলোকৰ মা, পিতৃ, ভাই, ককাই—আপোন-জন।

এই গদাধৰৰ পাৰ পলসুৱা আৰু উৰ্বৰা অঞ্চল—মানুহৰ খেতিৰ পথাৰ, শস্যৰ পথাৰ। পথাৰৰ পিছত পথাৰ, গাঁওৰ পিছত গাওঁ, মৌজা ডিহি, অঞ্চলৰ পিছত অঞ্চল, এলেকা, জিলাৰ পিছত জিলা আৰু দেশৰ পিছত দেশত মানুহ-বোৰ বাস কৰি আছে।

গদাধৰৰ পাৰৰ সেউজীয়া আৰু উৰ্বৰা ভূমিত যুগৰ পিছত যুগ ধৰি আহিছিল ৰজা, মহাৰজা, চুলতান, বাদছাহ, বীৰ-বীৰঙ্গণা সকল, যোদ্ধা আৰু পৰাক্ৰমী আক্ৰমণকাৰী সকল। তেওঁলোকৰ যুদ্ধৰ ঘোঁৰা, হাতী, হিলৈ, কামান, বন্দুক আৰু তৰোৱালধাৰী সেনাদল—হেজাৰ হেজাৰ সৈন্য এজন সেনাপতিৰ পিছত আনজন আহিছিল। গদাধৰৰ দুয়ো পাৰে ৰণশিঙা বজাই অশ্বাৰোহী সৈন্যদল দৌৰিছিল দিনৰ পিছত দিন, ৰাতিৰ পিছত ৰাতি, মাহৰ পিছত মাহ, বছৰৰ পিছত বছৰ, যুগৰ পিছত যুগ। গদাধৰৰ পাৰৰ এই বিশাল আৰু সেউজীয়া শস্যৰে উভৈনদী হোৱা পথাৰৰ ওপৰেদি ৰণশিঙা বাজিছিল, সৈন্যদলৰ লগতে হাতীৰ পিঠিত উঠি বীৰ-বীৰঙ্গণা সকল, চুলতান সকল। বাদছাহ-বেগমসকল আহিছিল আৰু তেওঁলোকৰ লগে লগে আহিছিল পৰাক্ৰমী পদাতিক সৈন্যদল হিলদল ভাঙি।

তেতিয়া ১২০৫—১২০৬ চন। বঙ্গদেশৰ শাসনকৰ্তা বখতীয়াৰউদ্দিন তিব্বত আৰু চীনদেশ জয় কৰাৰ পিছত লগে লগে দিগ্বীজয় কৰাৰ অদম্য হেপাহ লৈ ওলাল। মহম্মদ বখতীয়াৰউদ্দিন ভাৰত আৰু অসম বুৰঞ্জীৰ এটা প্ৰসিদ্ধ নাম আৰু উত্তৰ-পূব ভাৰতত মুছলমান ৰাজ্য বিস্তাৰ কৰাৰ গুৰি ধৰোঁতা আৰু প্ৰথম মুছলমান বীৰ শাসন কৰ্তা।

১১৯২ চনৰ কথা। দিল্লী, আজমিৰৰ ৰজা পৃথ্বিৰাজ আৰু কনৌজৰ ৰজা জয়চন্দ্ৰৰ মাজত অমিল বাজ্যলৈ। ঘৰুৱা কন্দলত দুয়োৰে মাজত মতবিৰোধ আৰু সেয়ে ইজনে আনজনৰ ঘোৰ শত্ৰু। জয়চন্দ্ৰই শত্ৰুতাৰ পোতক তুলিবলৈ পাৰস্যৰ গজনী প্ৰদেশৰ মহা পৰাক্ৰমী চুলতান মহম্মদ ঘোৰীক মাতি আনিলে আৰু পৃথ্বিৰাজৰ ৰাজ্য আক্ৰমণ কৰাত সহায় কৰিলে। মহম্মদ ঘোৰীয়ে পৃথ্বিৰাজক যুদ্ধত পৰাস্ত কৰিলে আৰু বধ কৰিলে আৰু লগে

লগে ভাৰতৰ মুছলমান ৰাজ্য প্ৰতিষ্ঠা হ'ল আৰু ইছলাম ধৰ্মৰ প্ৰচাৰকাৰ্য্য আগতকৈ দৃঢ়ভাৱে আৰম্ভ হ'ল আৰু হৰবৈ ধৰিলে। এই নতুন শাসনকৰ্ত্তাৰ শাসন কেৱল দিল্লী, হস্তিনাপুৰ বা আজমিৰতে সীমাবদ্ধ নেথাকিল। মহম্মদ ঘোৰীৰ সোঁহাত, বিশ্বাসভাজন আৰু পৰম সাহসী সেনাপতি মহম্মদ কুতুব-উদ্দিনে অলপ সময়ৰ ভিতৰতে দিল্লী আজমিৰৰ উপৰিও, গুজৰাট, গোৱালিয়ৰ, মিৰাট, বঙ্গ, বিহাৰ আৰু জয়চন্দ্ৰৰ কনৌজ ৰাজ্যও দখল কৰি ললে।

দুবছৰ পিছত মহম্মদ ঘোৰী নিজ ৰাজ্য গজনীলৈ উভতি গ'ল। মহম্মদ কুতুবউদ্দিনক পাতলে ভাৰতত অধিকাৰ কৰা, প্ৰতিষ্ঠা কৰা ৰাজ্যখনৰ সৰ্বেসৰ্বা শাসনকৰ্ত্তা, বাদছাহ, তেতিয়া ভাৰতবৰ্ষত বিশেষকৈ উত্তৰ ভাৰতৰ ৰজা সকলৰ মাজত ঘৰুৱা কন্দল, অমিল কাজিয়া, আৰু দন। সেয়ে তেওঁলোকৰ এজনে আনজনৰ ঘোৰ শত্ৰু আৰু বিৰুদ্ধাচাৰণ কৰিছিল। উত্তৰ ভাৰতৰ এই সৰু সৰু দুৰ্বল ৰজাসকলৰ দেশ ৰক্ষা কৰাৰ কোনো শক্তিশালী ফৌজ নাছিল আৰু নাছিল সমৰসজ্জা আৰু দক্ষ সৈনিক, যুদ্ধাৰু। আৰু যিও আছিল সেয়া নামমাত্ৰ, বৰ দুৰ্বল আৰু শৃঙ্খলাহীন হৈ আছিল। এই সুবিধা ললে কুতুবউদ্দিনৰ অধীনস্থ সেনাপতি মহম্মদ ইৱনে বখতীয়াৰ। তেওঁ সৈন্য-সামন্ত লৈ দেশ জয় কৰিবলৈ ওলাল আৰু এখনৰ পিছত আনখন ৰাজ্য অলপদিনৰ ভিতৰতে জয় কৰি নিজ ৰাজ্যৰ তলতীয়া কৰি ললে আৰু বখতীয়াৰউদ্দিন বঙ্গ বিহাৰৰ অধিপতি হৈ পৰিল, তেওঁ নতুন উপাধি ললে ইখতিয়াৰউদ্দিন।

বখতায়াৰউদ্দিন খিলজী আছিল তুৰ্কী, যাৰ দেহত কেৱল বীৰৰ, যোদ্ধাৰ, জদীৰ, সাহসৰ, বুদ্ধিমানৰ আৰু পৰাক্ৰমৰ তেজ নিহিত হৈ আছিল। যিজনৰ জীৱনৰ প্ৰতিশ্ৰুতি, প্ৰতিজ্ঞা আৰু অঙ্গীকাৰ আছিল কেৱল দেশ জয় কৰাৰ, এখন দেশৰ পিছত আনখন দেশলৈ জয়ধ্বজা আৰু বিজয়ৰ পতাকা উৰুৱাই লৈ যোৱা, নতুন নতুন ৰাজ্য তলতীয়া কৰা, দখল কৰা, বিশ্বজয় কৰা, দিগ্বীজয় কৰা······। যিজনে কেৱল মূৰ তুলি ওপৰলৈ চাব জানে, সম্মুখলৈ আগুৱাব জানে, পিছলৈ উভতি চাবৰ সময় নাই, ঘূৰি চাবৰ সময় নাই।

বঙ্গৰ অধিপতি বখতীয়াৰউদ্দিন খিলজীয়ে কমতাৰাজ্য অভিমুখে সশস্ত্ৰ অভিযান চলালে, লগত কেইবা হেজাৰ পাৰ্গত, দক্ষ সাহসী আৰু শক্তিশালী যুঁজাৰু ডেকা সৈনিক লৈ। বখতীয়াৰউদ্দিনৰ শক্তিশালী অশ্বাৰোহী সৈন্যৰ

লগত হাতীৰ পিঠিত উঠি আগশাৰীত আগুৱাই আহিল শক্তিশালী সৈন্যদল, সেনানায়ক, চিপেহচালাৰ। বখতীয়াৰৰ এই আক্ৰমণ আৰু অভিযানৰ পথ-প্ৰদৰ্শক আছিল মেচবংশীয় এজন থলুৱা ৰজা। বখতীয়াৰে তেওঁক ইছলাম ধৰ্মত দীক্ষিত ক'ৰি নাম ৰাখিলে আলি মেচ আৰু বখতীয়াৰৰ সৈন্যবাহিনীক পৰ্বতীয়া দুৰ্গম ঠাইবোৰত আলি মেচেই বাট দেখুৱাই সুচল পথেৰে আগুৱাই লৈ আহিল কমতাপুৰলৈ, কামৰূপলৈ। এই কামৰূপ আৰু কমতা ৰাজ্যৰ মাজেৰে পাৰ হৈ বখতীয়াৰ চীনদেশ জয় কৰিবলৈ আঁচনি ললে, সেইমতে সৈন্য বাহিনী আগবাঢ়িল। তিব্বত জয় কৰাৰ পিছত চীনদেশ আৰু তুৰ্কীস্থানলৈ যাব পাৰি, পাৰ পাৰি। বখতীয়াৰৰ সৈন্যদল আলি মেচক পথ-প্ৰদৰ্শক লৈ শিলৰ সাঁকো পাৰ হৈ কামৰূপ ৰাজ্য পালেহি আৰু বখতীয়াৰউদ্দিন চীনদেশ জয় কৰাৰ কথা, পৰিকল্পনাৰ কথা কামৰূপৰ ৰজাক জনালে। তেতিয়া বাৰিষা কাল আৰু কামৰূপৰ ৰজাৰ পৰামৰ্শমতে বখতীয়াৰৰ সৈন্যবাহিনী চাউনী পাতি পৰালি কালত চীন, তিব্বত আক্ৰমণৰ বাবে ৰৈ থাকিল। চীন অভিযানত কামৰূপৰ ৰজাও বখতীয়াৰক সহায় কৰিবলৈ কথা দিলে, অঙ্গীকাৰ কৰিলে। কিন্তু সেই সময়তে কামৰূপীয়া সৈন্য আৰু প্ৰজাসকলে মিলি বখতীয়াৰক খেদি পঠিয়াবলৈ যুদ্ধ আৰম্ভ কৰিলে। তল্লামগ্না ৰণ চলি থাকোঁতেই আৰু জয়-পৰাজয়ৰ নিৰ্ণয় নহওঁতেই উত্তৰ ফালৰ পৰা আহি পালে এদল মঙ্গোলীয় সৈন্য আৰু বখতীয়াৰৰ সৈন্যক তিব্বতৰ ফালে আগবঢ়াত বাধা দিলে। ইয়াৰ পিছত পৰিস্থিতি অনুকূল নোহোৱা যেন দেখি বখতীয়াৰ তিব্বত আৰু চীন দেশ জয় কৰাৰ আশা বাদ দি ঘৰমুৱা হ'ল আৰু নিজ ৰাজ্যলৈ উভতিল। নিজ ৰাজ্য গৌড়লৈ উভতি আহোঁতে বাটত কামৰূপী সৈন্যই বখতীয়াৰৰ বহু সৈন্যক বধ কৰিলে আৰু যুদ্ধবন্দী ক'ৰি ৰাখিলে। অসম তথা কামৰূপ ৰাজ্যত বন্দী হৈ ৰৈ যোৱা এই তুৰ্কী মুছলমান সৈন্যবোৰেই অসমৰ মুছলমান। সময়ৰ সোঁতত, তুৰ্কীস্থান, পাৰস্য আৰু আন আন দেশৰ পৰা অহা মুছলমান যুদ্ধবন্দী সৈন্য-বোৰৰ হাতৰ তৰোৱাল সুলকি পৰিছিল, তেওঁলোকে সকলো এৰি দিছিল। এৰিছিল তেওঁলোকৰ ভাষা, পোছাক-পৰিচ্ছদ, চাল-চলন। সময় পাৰ হৈছিল—সময় সলনি হৈছিল, কিন্তু সকলো সলনি হলেও, বাদ দিলেও তেওঁলোকৰ ধৰ্ম ইছলাম বাদ দিয়া নাছিল, ৰৈ গৈছিল। থলুৱা ৰজা সকলৰ পৰাও ইছলাম ধৰ্ম এৰি দিবলৈ কোনো জোৰ জুলুম অত্যাচাৰ কৰা হোৱা

নাছিল আৰু হোৱা নাছিল ৰজাৰ ফালৰ পৰা ধৰ্ম এৰিবলৈ কোনো বাধ্যতামূলক ব্যৱস্থা।

এই দুৰৱ পৰা অহা আলহী, লোকসকল কুটুম আৰু বুকুৰ আপোন হৈ পৰিছিল। মুছলমানৰ আক্ৰমণৰ পিছতেই কামৰূপ ৰাজ্য, কমতা ৰাজ্য আৰু তেতিয়াৰ অসমৰ জনজীৱনৰ জীৱনধাৰা, সমাজৰ ৰীতি-নীতি এক নতুন সভ্যতাৰ সোঁতত মিলিত হৈ সোঁৰৱিত হৈছিল, বিয়পিছিল। বুৰঞ্জীৰ পাত লুটিয়াই চালে এতিয়াও দেখা যায় বৰ উজ্জ্বল আৰু সোণালী আখৰেৰে জিলিকি আছে সেবেলা গৰীয়া, দিলবৰ আৰু দোসাঁইৰ নাম। শৰাইঘাটৰ ৰণত সেবেলা গৰীয়াই সাজি দিয়া বৰতোপেৰে অসমৰ বীৰ লাচিত বৰফুকন মোঘলক ৰণত পৰাস্ত কৰি দেশ ৰক্ষা কৰিলে, অসমীয়া জাতিক ৰক্ষা কৰিলে। বীৰ লাচিতে অক্ষয় কীৰ্তি ৰচনা কৰিলে। আৰু তেওঁলোকৰ মাজৰ দিলবৰ আৰু দোসাঁইয়ে হাতী পুথিৰ ছবিবোৰ আঁকি অসমীয়া চিত্ৰকলাৰ অমৰ ঐতিহ্য ৰচনা কৰিলে। ভাৰতৰ অন্য প্ৰদেশত এই চিত্ৰকলাৰ নিদৰ্শন অতি বিৰল আৰু সমসাময়িক কালত নাই বুলি কব পাৰি। সেয়ে অসমীয়া জাতিগত বান্ধোন ভাষা আৰু তেজৰ টোপালৰ, ধৰ্মৰ ভিন্নতাই অসমত আৰু অসমীয়া সমাজত, জন-জীৱনৰ মাজত কেতিয়াও বাধাৰ সৃষ্টি হোৱা নাই, কৰা নাই আৰু কেতিয়াও কৰিবও নোৱাৰে।

ইয়াৰ পিছত আৰু কেইবাবাৰো মুছলমান বাদছাহসকলে অসম আক্ৰমণ কৰে। ১২২৭ খৃঃ-ত বঙ্গৰ শাসনকৰ্তা মহম্মদ গিয়াছউদ্দিন কামৰূপ আক্ৰমণ কৰে আৰু তেতিয়াৰ কামৰূপৰ ৰজা পৃথুয়ে গিয়াছউদ্দিনক খেদি পঠিয়ায়। কিন্তু পিছৰ বছৰত ১২২৮ খৃঃ ত দিল্লীৰ চুলতান ইলতুতমিছৰ ল'ৰা মহম্মদ নাছিৰউদ্দিনে কামৰূপ আক্ৰমণ কৰে আৰু কামৰূপৰ ৰজা পৃথুক যুদ্ধত পৰাস্ত কৰে, আৰু বন্দী কৰি মৃত্যুদণ্ড দিয়ে। যুদ্ধত জয় কৰি কামৰূপ ৰাজ্য জয় কৰা সত্বেও নাছিৰউদ্দিন কামৰূপ ৰাজ্য শাসন নকৰি নিজ ৰাজ্য দিল্লীলৈ উলটি যায় আৰু পৃথুক সিংহাসনত পুনৰ বহুৱাই তলতীয়া ৰাজ্য হিচাপে বছৰি কৰ দিবলৈ চুক্তি কৰে। কিন্তু পৃথুয়ে নাছিৰউদ্দিনৰ চুক্তিমতে কৰ দিবলৈ অস্বীকাৰ কৰে আৰু কৰ দিবলৈ বন্ধ কৰি দিয়ে। পৃথুৰ এই কাৰ্য্যত বাদছাহ নাছিৰউদ্দিন অসন্তুষ্ট হয় আৰু পুনৰ কামৰূপ ৰাজ্য আক্ৰমণ কৰে। এইবাৰ আক্ৰমণ কৰে তেতিয়াৰ বঙ্গৰ শাসনকৰ্তা মালিক উজবেগ। মালিক উজবেগ

আৰু তেওঁৰ লগত অহা শক্তিশালী আৰু সাহসী সৈন্যৰ ফৌজৰ আগত পৃথু তিষ্ঠিব নোৱাৰি ৰাজ্য এৰি পৰ্বতলৈ পলাই যায়। মালিক উজবেগ কামৰূপ ৰাজ্য দখল কৰে আৰু নিজকে কামৰূপৰ শাসনকৰ্তা আৰু ৰজা বুলি ঘোষণা কৰে। পৃথুয়ে অন্য গত্যন্তৰ নেপাই মালিক উজবেগৰ ওচৰত দূত পঠিয়ায় আৰু কৰ দি তলতীয়া ৰজা হৈ থাকিবলৈ মান্তি হয়। কিন্তু মালিক উজবেগ পৃথুৰ প্ৰস্তাৱত মান্তি নহয়। কিছুদিনৰ পিছত বাৰিষা আৰম্ভ হয় আৰু চাৰিওফালে প্ৰবল বানপানী হৈ সকলো ঠাই বুৰ যায়। পৃথুয়ে পৰ্বতীয়া ঠাইৰ পৰা মালিক উজবেগক পুনৰ আক্ৰমণ কৰে আৰু ব্ৰহ্মপুত্ৰৰ ওপৰৰ মথাউৰি ভাঙি দি ৰাজধানী জলমগ্ন কৰি পেলায়। নিৰুপায় হৈ মুছলমান সৈন্যসকলক লগত লৈ বঙ্গলৈ উভতি যাবলৈ সিদ্ধান্ত কৰে। কিন্তু কামৰূপীয়া সৈন্যৰ অতৰ্কিত আক্ৰমণত বহু মুছলমান সৈন্য প্ৰাণ হেৰুৱায় আৰু লগতে যুদ্ধক্ষেত্ৰত কামৰূপীয়া সৈন্যই মালিক উজবেগক বধ কৰে।

ইয়াৰ পিছত পোন্ধৰশ শতিকালৈকে কামৰূপ ৰাজ্য পুনৰ কোনো ডাঙৰ আক্ৰমণৰ সন্মুখীন হোৱা নাছিল, বিদেশীয়ে আক্ৰমণ কৰা নাছিল। কামৰূপৰ ৰাজধানী কমতাপুৰলৈ নিয়া হয়।

## দহ

১৬৬২ চনৰ কথা।

মোঘল সেনাপতি মীৰজুম্‌লা অসম আক্ৰমণ কৰে। বঙ্গদেশৰ পৰা এটা শক্তিশালী আৰু পৰাক্ৰমী, দক্ষ সৈন্যদল লৈ মীৰজুম্‌লাই গোৱালপাৰাৰ ওচৰত যোগীঘোপাত চাউনী পাতে। মীৰজুম্‌লাৰ শক্তিশালী, পাকৈত যোদ্ধা সৈন্য-দলক, ফৌজক বাধা দিব নোৱাৰি আহোম সেনা উজনি অসমলৈ পলাই আহে। যোগীঘোপাৰ পৰা মীৰজুম্‌লাৰ সৈন্যদল প্ৰধানতঃ তিনিটা দ'লত ভাগ হৈ ৰণশিঙা বজাই আগুৱাই যায়, পূব আৰু দক্ষিণ ফালেদি পদাতিক সৈন্যদল আৰু লগে লগে ব্ৰহ্মপুত্ৰ নৈৰে এটা নৌ-বাহিনী লৈ মীৰজুম্‌লা আহোম ৰাজ্য দখল কৰি আগুৱাই গৈ থাকে। মীৰজুম্‌লাই হেলাৰঙে গুৱাহাটী দখল কৰে আৰু শিলঘাটৰ দুৰ্গ দখল কৰে।

মীৰজুম্লাই কোনো বাধাৰ সন্মুখীন নোহোৱাকৈ আহোম ৰাজ্য দখল কৰি আগুৱাই গ'ল আৰু কলিয়াবৰত আহোম আৰু মীৰজুম্লাৰ সৈন্যৰ মাজত তুমুল যুদ্ধ হয়। যুদ্ধত আহোমসেনা মীৰজুম্লাৰ হাতত পৰাস্ত হয়। পিছলৈ মোঘল সেনা আহোম ৰজা জয়ধ্বজ সিংহৰ ৰাজধানী গড়গাওঁ ১৬৬৩ খৃঃ-ত দখল কৰে। জয়ধ্বজ সিংহ নামৰূপলৈ পলাই যাবে আৰু তেওঁৰ এই কাৰ্য্যৰ বাবে ভগনীয়া ৰজা নাম পায়। মোঘল সৈন্যই সোণ, ৰূপ আৰু বহু মূল্যবান বস্তু, আপুৰুগীয়া সম্পদ ৰাজ ভঁড়ালৰ পৰা লুট কৰি লয়। কিন্তু বাৰিষা অহাৰ লগে লগে বহুত মোঘল সৈন্য জ্বৰ, কলেৰা আৰু অন্যান্য বেমাৰত পৰে আৰু মৃত্যু হয়। ইপিনে জয়ধ্বজ সিংহৰ পৰা এটা সন্ধি আৰু শান্তি-চুক্তিৰ প্ৰস্তাৱ আগবঢ়োৱা হয়। বুদ্ধিমান আৰু সাহসী মীৰজুম্লাই অন্য উপায় নেপাই আৰু নেদেখি আহোম ৰজাৰ শান্তিচুক্তি মানি লয়। এই চুক্তি-মতে আহোম ৰাজ্য আৰু মোঘল ৰাজ্যৰ এলেকা আৰু সীমা নিৰ্ধাৰণ কৰা হয়। উত্তৰে ভৰালী আৰু দক্ষিণে কলং নদী। ইয়াৰ উপৰিও জয়ধ্বজ সিংহৰ কন্যা ৰাজকুমাৰী ৰমনী গাভৰুক মোঘল বাদছাহলৈ বিয়া দিয়া হয়, বছৰি বিশটা হাতী, আৰু বহু পৰিমাণৰ কৰ দিবলৈ মান্তি হয়। ফিৰোজা ছাহ-খানক মীৰজুম্লাই গুৱাহাটীত শাসনকৰ্তা নিয়োগ কৰি উভতি যায়। কিন্তু বাটত মীৰজুম্লাৰ মৃত্যু হয়। গোৱালপাৰা জিলাৰ ব্ৰহ্মপুত্ৰ নদীৰ দক্ষিণ পাৰে অৱস্থিত মানকাচৰত মীৰজুম্লা আৰু তেওঁৰ লগত মৃত্যু হোৱা আন কেইবাজনো সৈনিকৰ কবৰ পাহাৰৰ টিলা এটাত আছে। আৰু আছে বীৰ মীৰজুম্লাৰ কবৰৰ ওচৰতে তেওঁৰ বেগমৰ কবৰ, দুয়ো চিৰনিদ্ৰাত শুই আছে। মীৰজুম্লাৰ সৈন্যদল, পদাতিক, অশ্বাৰোহী আৰু নৌ-সেনাৰ কোনো চিনচাব এতিয়া নাই, আছে কেৱল বীৰ মীৰজুম্লাৰ নাম, ৰণক্ষেত্ৰত বজোৱা ৰণশিঙাৰ প্ৰতিধ্বনি, অশ্বাৰোহী সৈন্যদলৰ ঘোঁৰাৰ চিঞৰ খটখট ভৰিৰ শব্দ খোজৰ শব্দ। সময়ৰ সোঁতত সকলো জৰাজীৰ্ণ হৈ হেৰাই গৈছে, লুপ্ত হৈ গৈছে, কিন্তু মীৰজুম্লাৰ হাতৰ পৰশ, সৈন্যদলৰ হাতৰ কাৰুকাৰ্য্য, দক্ষতা, কলা-কৌশল এতিয়াও চিৰন্তন আৰু শাশ্বত হৈ আছে ধুবুৰীৰ পৰা ৩৫ কিলোমিটাৰ দূৰৈত অৱস্থিত বগৰীবাৰীৰ ওচৰৰ পানবাৰীত শিলকাটি সজোৱা বিশাল আৰু ধুনীয়া মছজিদ ঘৰটোত। এই মছজিদ মীৰজুম্লা অসম আক্ৰমণ কৰি বৈ যোৱা সময়ত আৰু চাউনী পাতি বৈ থকা সময়ত মীৰজুম্লাৰ নিৰ্দেশমতে সৈন্যবাহিনীয়ে

মছজিদ সজাইছিল আৰু নামাজ পঢ়িছিল দিনত পাঁচবাৰ ; ইমামতি কৰিছিল মীৰজুম্‌লা নিজে। মছজিদৰ লগতে আজান দিবৰ বাবে মিনাৰা সজাইছিল। মছজিদ বনোৱা কামবোৰ বিশ্বাস, আন্তৰিকতাৰে দক্ষ আৰু সুনিপুণ কাৰিকৰ আৰু শিল্পীৰ নিৰ্দেশমতে কৰা হৈছিল। শিলৰ প্লেট আৰু শিল কাটি, অক্লান্ত পৰিশ্ৰম, ধৈৰ্য্য আৰু আত্মবিশ্বাস সহকাৰে মছজিদ বনোৱা হৈছিল আৰু শিলৰ প্লেটবোৰ লগোৱা হৈছিল। ভিতৰৰ বেৰবোৰত পবিত্ৰ কোৰাণ শ্বৰীফৰ আয়াত আৰু বাণীবোৰ আৰবী ভাষা আৰু আৰবী আখৰেৰে খোদাই কৰি লিখা আছে।

কাল আৰু সময়ৰ সলনি হৈছে, পৰিবৰ্ত্তন হৈছে। মছজিদ বনোৱা ৰজা, চুলতান আৰু কাৰিকৰসকল আজি নাই ; কিন্তু তেওঁলোকৰ আত্মবিশ্বাস, ধৰ্ম-বিশ্বাস, পৰম দয়ালু করুণাময় আল্লাৰ ওপৰত থকা বিশ্বাসৰ কথা, তেওঁলোকৰ ত্যাগ আৰু আদৰ্শৰ কথা—মছজিদৰ মিনাৰাৰ পৰা এতিয়াও প্ৰতিধ্বনি হৈ আছে—মছজিদ আৰু মিনাৰাৰ প্ৰতিছটা শিল, ইটাৰ গাত লিখা আছে ; নিহিত হৈ আছে আৰু আকাশ, বতাহ গছ বিৰিখত বিলীন হৈ মিলি গৈ দূৰ, সুদূৰলৈ বিয়পি পৰিছে, বিয়পি আছে। মছজিদৰ প্ৰতিছটা শিল, ইটা বেৰ, গম্বুজ, মিনাৰাত এতিয়াও বীৰ মীৰজুম্‌লাৰ হাতৰ পৰশ, কোমল আৰু আলফুল পৰশ, তেওঁৰ লগত যুদ্ধ কৰিবলৈ, দেশ জয় কৰিবলৈ অহা অগণন সৈন্যৰ হাতৰ পৰশ খোজৰ শব্দ, কণ্ঠস্বৰ, কোৰাণ শ্বৰীফ তেলায়ত আৰু কেৰাত পাঠ কৰাৰ পবিত্ৰ শব্দ আজিও প্ৰতিধ্বনি হৈ আছে। শিলৰ ওপৰত বহি এক-চিত্তে ভক্তিসহকাৰে আল্লাৰ নাম লৈ তচ্‌বিহ পাঠ কৰা শিলছটা এতিয়াও একে ঠাইতে আছে—সময়ে শিলছটাক লৰচৰ আৰু ইফাল সিফাল কৰিব পৰা নাই আৰু কৰাও নাই।

মীৰজুম্‌লাৰ পিছত কামৰূপ ৰাজ্যৰ নাম সলনি হৈছে কেইবাজনো ৰজা, মহাৰজাৰ ৰাজ্যৰ তলত থাকিও পানবাৰীৰ মছজিদ চন্দ্ৰ, সূৰ্য্য আৰু সময়ক সাক্ষী কৰি থিয় হৈ আছে, উজ্জ্বল আৰু সকলো মুছলমানৰ বাবে পবিত্ৰ উপাসনা ঘৰ হৈ এবাদতখানা হৈ—আল্লাৰ ঘৰ হৈ।

কিছুসংখ্যক বুৰঞ্জীবিদ আৰু পণ্ডিতৰ মতে পানবাৰীৰ মছজিদ হোচেন শ্বাহৰ দিনত সজোৱা হৈছিল—কিন্তু হোচেন শ্বাহে মছজিদ বনোৱাৰ বিষয়ে বহু কথাৰ অমিল আছে আৰু সকলো মানুহে মানি লব নোখোজে।

মছজিদ নিৰবে থিয় হৈ আছে, আজিও মীৰজুম্‌লাৰ মছজিদত পাঁচ ওক্তত নামাজ পঢ়া হয় মোৱাজ্জিনৰ আজান হয়—আল্লাৰ এবাদত কৰা হয় আৰু মীৰজুম্‌লা আৰু তেওঁৰ লগত অহা সকলো মুছলমান বীৰ, সৈন্য, মৰহুম সকলৰ নামত দোৱা কৰা হয়। ইছলাম ধৰ্মৰ পবিত্ৰ কোৰাণ পাঠ, আৰু ঐশ্বৰিক, চৰিয়ত, হকিকত-মাৰেফতৰ তত্বজ্ঞানৰ জিকিৰ কৰা হয় আলোচনা কৰা হয়।

## এঘাৰ

কৰতোৱা নদীৰ পৰা সোণকোষ নৈলৈকে বিস্তৃত অঞ্চলৰ নাম ৰত্নপীঠ, সোণকোষ নৈৰ পৰা ৰূপহী নৈলৈ বিয়পি থকা অঞ্চলৰ নাম কামপীঠ, ৰূপাই নৈৰ পৰা ভৰালী নৈলৈকে বিশাল অঞ্চল স্বৰ্ণপীঠ আৰু ভৰালী নৈৰপৰা দিকচৈ নৈলৈকে সুবিশাল এলেকাক সৌমাৰপীঠ নামে কামৰূপ ৰাজ্যখনক চাৰিটা অঞ্চলত ভগোৱা হৈছিল। এই ৰত্নপীঠ (বৰ্তমান গোৱালপাৰা জিলা, বঙ্গদেশৰ কিছু অংশ, বাংলাদেশৰ ৰংপুৰ জিলা) কোচবংশীয় আৰু কছাৰী ৰজাসকলে বৃটিছ অহালৈকে ৰাজত্ব কৰিছিল। এই ৰজা সকলৰ তলত কিছুমান অঞ্চলত তলতীয়া ৰজা, জমিদাৰক লৰ্ড কৰ্ণৱালিছৰ দিনত বিশেষকৈ বেঙ্গল, বিহাৰ আৰু উড়িষ্যাত স্থায়ী বন্দবস্ত দিয়া হৈছিল। এই স্থায়ী বন্দবস্ত তামৰ ফলিত লিখি সৰ্বস্বত্ব প্ৰদান কৰা হৈছিল—এয়া ১৭৮৬ চনৰ কথা। এইদৰে কোচৰাজ্যৰ পৰৱৰ্তী ৰজা সকলক স্থায়ী বন্দবস্ত দিয়া হৈছিল।

কোচৰাজ্য তিনিটা অঞ্চলত ভাগ কৰি শাসনকাৰ্য্য চলোৱা হৈছিল—তাৰে এটা অংশ সোণকোষ আৰু মানাহ নৈৰ মাজৰ অংশ কোচ-বিজনী ৰাজ্য। ইয়াৰ শাসনকৰ্তা আৰু ৰজাসকল ৰজা নৰনাৰায়ণ আৰু বীৰ চিলাৰায়ৰ বংশধৰ, নাতি-পুতি পালি-নাতি আৰু সেই হিচাপে ৰজা, জমিদাৰ। পিছলৈ বৃটিছ অহাৰ আগলৈকে এই ৰজাসকলে মোঘল বাদছাহ সকলৰ তলতীয়া ৰজা হৈ, কৰদাতা ৰজা জমিদাৰ হৈ শাসনকাৰ্য্য চলাই আছিল। তেতিয়াৰ দিনত এই কোচ-বিজনী ৰাজ্য বাৰটা পৰগণাত ভাগ কৰি লোৱা হৈছিল। এই পৰগণা সমূহ হ'ল হাবৰাঘাট, খুটাঘাট, মেচপাৰা, চাপৰ, পৰ্বতজোৱাৰ, ঘুৰলুৱা

জামিৰা, গোলা-আলমগঞ্জ, তাৰীয়া, আউৰাঙ্গাবাদ, কালুমাল পাৰা আৰু, কাৰাইবাৰী।

সময় পাৰ হৈছিল।

সময় আৰু সলনি হৈ পাৰ হৈছিল।

পৰিৱৰ্তন হৈছিল সময়ৰ লগে লগে। কেইবাখনো পৰগণা পিছলৈ কোচ বিজনী ৰাজ্যৰ অধীনৰ পৰা ওলাই গৈ কিছু স্বতন্ত্ৰীয়া হৈ সৰু সৰু ৰাজ্য হিচাপে শাসনকাৰ্য্য চলায় আৰু কিছুমানে মোঘল বাদছাহৰ তলত তলতীয়া ৰাজ্য হিচাপে বছৰি কৰ আৰু খাজনা দি ৰজা জমিদাৰ হৈ থাকিল।

ওঠৰ শতিকাৰ মাজভাগত চাপৰ আৰু মেচ পাৰা পৰগণা দুজন স্থকীয়া শাসনকৰ্তাই মোঘল চুলতানৰ তলতীয়া হৈ শাসন কৰে। এই সময়তে পৰ্বত জোৱাৰ এছটেট্ নামে এটা স্থকীয়া জমিদাৰী স্থাপিত হয় আৰু প্ৰায় বাৰটা পুৰুষ এটা গ্ৰাণ্টৰ তলত থাই থাকে। এটা লাখেৰাজ গ্ৰাণ্টৰ প্ৰায় ৯৩৭০.৮ হেক্টৰ জমি গৌৰীপুৰ ৰাজ এছটেটখন মোঘল বাদছাহৰ পৰা বংশানুক্ৰমে লাভ কৰিছিল। ১৭৭৪ চনত বুলচন্দ্ৰ বৰুৱা আন এজন বিজনী ৰাজ এছটেটৰ পূৰ্বপুৰুষ হিচাপে ঘোৰখুৱা, আউৰাঙ্গাবাদ, মোকৰামপুৰ, জামিৰা আৰু গোলাম আলমগঞ্জ নামে পাঁচখন পৰগণাৰ জমিদাৰী লাভ কৰিছিল। তেওঁৰ নাতিল'ৰা ধীৰেন চন্দ্ৰ বৰুৱা কালুমাল পাৰা, নোৱাবাদ, কুটৰী আৰু ধুবুৰীৰ উপৰিও তাৰিয়া জমিদাৰীৰ অংশ কিনিছিল। তেওঁৰ ল'ৰা স্থসন্তান আৰু যোগ্য ৰজা শ্ৰীপ্ৰতাপ চন্দ্ৰ বৰুৱা ১৮৬৯ খৃঃ-ত মুক্তহস্তে ধুবুৰী তেতিয়াৰ বৃটিছ চৰকাৰক গোৱালপাৰাৰ পৰিবৰ্তে জিলাৰ সদৰ ঠাই কৰিবলৈ দান কৰিছিল। ১৮০৯ চনত মহেন্দ্ৰ নাৰায়ণৰ কৰাইবাৰী এছটেটৰ বাকী পৰা খাজনা (বকেয়া) পৰিশোধ কৰিব নোৱাৰি কোচবিহাৰৰ মুখ্যমন্ত্ৰী ৰামনাথ লাহিৰীৰ ওচৰত বিক্ৰী কৰি দিয়ে। লাহিৰী পৰিয়ালে বৃটিছ চৰকাৰে অধিগ্ৰহণ নকৰালৈকে জমিদাৰী চলাইছিল। এইদৰে বাৰটা পৰগণাৰ ভিতৰত কোচ ৰাজ্যৰ কেন্দ্ৰীয় অঞ্চল বিশেষকৈ খুটাঘাট আৰু হাবৰাঘাট বিজনী ৰজাৰ তললৈ আহে।

সময় আৰু পাৰ হৈছিল।

এই পাৰ হোৱা, সলনি হোৱা সময়ৰ সোঁতত এই জমিদাৰীবোৰৰ শাসন-কৰ্ত্তা, জমিদাৰ আৰু ৰজাৰ সলনি হৈছিল। এই পৰিবৰ্তিত আৰু সলনি

হোৱা সময়ৰ ওচৰত জমিদাৰসকলৰ পৰাজয় হৈছিল—ঠিক পৃথিবীৰ প্ৰত্যেক-জন মানুহৰ যিদৰে কৰ নোৱাৰাকৈ, অজানিতে অপৰিচিতভাৱে সময়ৰ ওচৰত পৰাজয় হয়।

১৭৬৫ চনত মোঘল বাদছাহৰ পৰা ইংৰাজে দেৱান-ই-বেঙ্গল দখল কৰাৰ সময়ত গোৱালপাৰা জিলা মোঘল বাদছাহৰ অধীনত বেঙ্গল চুবাৰ অন্তৰ্গত আছিল। ১৭৬৫ চনত দেৱান-ই-বেঙ্গল ইষ্ট ইণ্ডিয়া কোম্পানীৰ দখললৈ যায়। ১৭৮৯ চনত বঙ্গদেশৰ দহ বছৰীয়া ভূমি-পট্টননীতি আৰু ১৭৯৩ চনত স্থায়ী মাটি-পট্টননীতি প্ৰচলন কৰে। এই ভূমিনীতি মতে মোঘল বাদছাহৰ তলতীয়া ৰাজ্য হিচাপে যিসকল ৰজা, জমিদাৰ মাটিৰ খাজনা, কৰ-কাটল আদায় কৰিছিল আৰু মোঘল বাদছাহক বছৰি কৰ পৰিশোধ কৰি আছিল, ইষ্ট ইণ্ডিয়া কোম্পানী সেই সকল কৰ-কাটল আৰু খাজনা উঠোৱা ৰজা-জমিদাৰক মালিকী-স্বত্ব প্ৰদান কৰে। মাটিৰ ওপৰত নিৰ্ণয় কৰা খাজনা কৰ আগলৈ কোনোদিনেই সলনি অথবা বৃদ্ধি কৰিব পৰা ক্ষমতা দিয়া নাছিল। এই চুক্তি তামৰ ফলিৰ ওপৰত লিখি বৃটিছ চৰকাৰ আৰু জমিদাৰ সকলৰ মাজত স্বাক্ষৰিত হৈছিল। ৰায়ত আৰু প্ৰজাসকলৰ পৰা পোৱা মুঠ খাজনাৰ দহ, এঘাৰ অংশ কৰ হিচাপে বৃটিছ চৰকাৰক দিবলগা হৈছিল আৰু অৱশিষ্ট বাকী অংশ জমিদাৰ-সকলে ভোগ কৰিছিল।

এইখিনিতে উল্লেখনীয় যে নতুনকৈ দখল কৰা গোৱালপাৰাৰ এলেকা-বোৰৰ বিষয়ে ইষ্ট ইণ্ডিয়া কোম্পানীৰ বিষয়াসকলে খাজনা আদায় কৰাৰ বিষয়ে সিমান চিন্তিত হোৱা নাছিল। মোঘল বাদছাহৰ তলতীয়া ৰজা আৰু জমিদাৰসকলে প্ৰজা, ৰায়ত আৰু কৃষক প্ৰজাসকলৰ পৰা যি পৰিমাণৰ খাজনা আদায় কৰিছিল আৰু পাইছিল সেই পদ্ধতিৰ বিশেষ পৰিৱৰ্তন কৰা নাছিল—সেইমতেই খাজনা, কৰ-কাটল লৈছিল। মোঘল বাদছাহৰ সময়ত এই তলতীয়া ৰজা-জমিদাৰসকলে নগদ ধনৰ পৰিৱৰ্তে হাতী দিব লগা হৈছিল। কিন্তু ইংৰাজসকলে হাতী ৰখা, আৰু চোৱাচিতা কৰা কাম ব্যয়বহুল হোৱা বাবে হাতী দি জমিদাৰী কৰ, খাজনা আৰু ৰাজস্ব দিয়া নীতি বিলোপ কৰে আৰু নগদ ধনৰে, মুদ্ৰাৰে কৰ দিয়াৰ নিয়ম জমিদাৰ সকলৰ ওপৰত নীতিগত ভাৱে ন্যস্ত কৰে। এই প্ৰথা সকলো তলতীয়া ৰজা আৰু জমিদাৰসকলে মানি ললেও বিজনী ৰাজৰ জমিদাৰ এই প্ৰথাৰ ঘোৰ বিৰোধিতা কৰে কাৰণ

১৭৯৩ চনৰ ইষ্ট ইণ্ডিয়া কোম্পানীৰ ৰেগুলেচনৰ নবৰ এক ধাৰামতে স্থায়ী বন্দোবস্তী পোৱা ৰজা হিচাপে তেওঁ বছৰি খাজনাৰ পৰিবৰ্তে কৰ দি থাকিব; এই প্ৰথা বিজনী ৰাজ-পৰিয়ালৰ ৰজা, জমিদাৰ সকলৰ বাবে প্ৰযোজ্য কিয়নো তেওঁলোক কোচবিহাৰৰ কোচবংশীয় ৰজা নৰনাৰায়ণ আৰু চিলাৰায়ৰ বংশধৰ।

অৱশেষত কেইবা বছৰ আলোচনা, লিখিত আদান-প্ৰদান কৰা সত্ত্বেও ইংৰাজ চৰকাৰ বিজনী ৰজাৰ প্ৰস্তাব মানি নললে আৰু তেতিয়াৰ আয়ুক্ত মিঃ ডেভিট আৰু জেণকিন এই বুলি ঘোষণা কৰিলে যে বিজনী ৰজা এতিয়াৰ পৰা অন্যান্য জমিদাৰ সকলৰ দৰে হাবৰাঘাট আৰু খুটাঘাট পৰগণাৰো কেৱল ভোগ দখল কৰি ইংৰাজৰ তলতীয়া জমিদাৰ হিচাপে থাকিব লাগিব, আৰু থাকিব পাৰিব। এইদৰেই এটা যুগৰ, এটা শতাব্দীৰ পিছত বিখ্যাত বীৰ চিলাৰায় আৰু ৰজা নৰনাৰায়ণৰ বংশধৰসকল সাধাৰণ জমিদাৰ হৈ পৰিল, নিষ্ঠুৰ সময়ৰ ওচৰত পৰাজয় বৰণ কৰিব লগা হ'ল। সময় আৰু পাৰ হ'ল।

সময় পৰিবৰ্তন হৈ—সলনি হৈ আগুৱালে। আৰু এই সময়ৰ ওচৰত চিলাৰায় আৰু নৰনাৰায়ণৰ বংশধৰসকল বৃটিছৰ তলতীয়া কৰদাতা জমিদাৰ হৈ, নামমাত্ৰ জমিদাৰ হৈ ৰজা হৈ থাকিব লগা হ'ল।

## বান

নৈখন আগতেও বৈ আছিল, আজিও প্ৰবাহিত হৈ আছে বৈ আছে। খৰালি নিৰ্মল আৰু ফটফটীয়া পানীৰ সোঁত বয় আৰু বাৰিষা কালত এই নদীৰ দুয়ো পাৰে ঘোলা পানীৰ সোঁত বাগৰে উন্মাদ হৈ। নৈখন সিংহমূৰ্তি ধাৰণ কৰে; গাওঁ-ভূঁই, খেতি-পথাৰ, ধাননি-পথাৰ সোঁতত বুৰ যায়—বুৰ যায় পকা আহু ধানৰ পথাৰ। সেউজীয়া বাওঁ আৰু শালিধানৰ পথাৰ, পথাৰৰ পিছত অন্য পথাৰ। নৈৰ দুয়ো পাৰে বাস কৰা খেতিয়কে বুকুত ভুকুৱাই কান্দি কান্দি চকু পানী বগৰাই নৈখনক হাত যোৰ কৰে, মিনতি কৰে—খেতি-পথাৰ উটুৱাই নিনিবি, গাওঁ-ভূঁই বুৰাই নেপেলাবি, গোহালীৰ গৰু, ম'হ-ছাগলী উটুৱাই নিনিবি—খেতিয়ে আমাৰ সকলো ইহি আনন্দ; খেতিয়ে জীৱন, জীৱনৰ অন্নদাতা। তথাপি নৈখন বৈ যায়, প্ৰবাল সোঁতত সকলো উঠি ভাহি যায়, সকলো শেষ কৰি খৈ যায়। চাৰিওফালে বাৰিষা, কেৱল বাৰিষা। খেতিয়কৰ

অৱস্থা শোচনীয় হৈ পৰে, সৰ্বহাৰা হৈ পৰে। অনাহাৰ, দৰিদ্ৰ, অভাৱ অনাটনত সকলো খেতিয়ক জুৰুলা হৈ পৰে। বেমাৰ-আজাৰ, মহামাৰীত হেজাৰ খেতিয়কৰ মৃত্যু হয়।

সময় পাৰ হ'ল।

বাৰিষা পাৰ হ'ল।

খৰালি নৈৰ পাৰত পলসুৱা পথাৰত ফুল ফুলে। শস্যৰে উভৈনদী হয়। খেতিয়কৰ মুখত এমোকোৰা হাঁহি বিৰিঙি উঠে। আনন্দৰ খলকণি উঠে। সকলোৱে চিঞৰি ওলাই আহে—'আহ কোন কেনি আছ, ক'ত আছ সকলোৱে লৰি আহ।' পথাৰৰ পিছত পথাৰ পাৰ হৈ সকলোৱে লৰি আহে—সকলোৰে কণ্ঠস্বৰ চিঞৰি উঠে :

গদাধৰৰ পাৰেৰে পাৰে
কিসেৰ বাটলু মাৰো,
পৰেৰ কামিনীক দেখি
জ্বলিয়া কেনে মৰো।

আৰু কোনোবা গাভৰু বাটৰ ফালে চাই কৈ উঠিল :

মৈষালৰ সাথে কৰিয়া পীৰিতিৰে
কি মোৰ জঞ্জাল হৈলৰে
বাওৰে নাকাৰে মৈষাল মনৰ গৈৰবে
মনেৰ দুঃখ কইমু কাৰ আগে।

লগতে দোঁতোৰা, ঢোল, বাঁহীত খেতিয়কে সুৰৰ লহৰ তুলে। অময়া ঝঙ্কাৰ উঠে। সকলোৱে গায় জীৱনৰ গান, জীয়াই থকাৰ গান। জীৱনক ভালপোৱাৰ গীত, আনন্দ আৰু উল্লাসৰ গান, হৃদয়ৰ গান। হাঁহি-আনন্দৰ গান, চকুলো আৰু পোৱা নোপোৱাৰ বিষাদৰ গান। এই গীতৰ শেষ নাই সুৰৰ শেষ নাই। এয়া মানুহৰ অন্তৰ উজাৰি ওলাই অহা খেতি পথাৰত কাম কৰা, খেতি পথাৰত বাস কৰা খেতিয়কৰ অন্তৰৰ গান—ভাটিয়ালী, কুষাণ আৰু মালচী গীত। দোতোৰা আৰু নিজেই বনাই লোৱা বাঁহী ম'হৰ পিঠিত উঠি পথাৰে পথাৰে চৰাবলৈ যাওঁতে, ম'হৰ বাথানত মৈষালৰ গীত, ম'হৰ গাড়ী, গৰুৰ গাড়ী লৈ গৰু-ম'হৰ গলত ঘণ্টা বজাই যোৱাৰ সময়ত: ৰাতি, জোনাক নিশা বোজাই দিয়া গাড়ী লৈ মৈষাল, গাৰোৱান বাঁহী আৰু দোতোৰা

সমূহত কৃষি গোৱা গান। এয়া জন-জীৱনৰ গীত, খেতিয়ক, বনুৱা আৰু কৃষকৰ গীত, গান। এয়া গদাধৰ নৈৰ পাৰত বাস কৰা বাসিন্দা, খেতিয়ক, প্ৰজা, ৰায়ত কৃষক প্ৰজাসকলৰ গীত।

নৈৰ নাম গদাধৰ, আগতেও বৈছিল আজিও বয় আৰু আগলৈও বব, প্ৰবাহিত হব। এই নৈ কোনোবা অনাদি অনন্ত কালৰ পৰাই বৈ আছে চিৰ-প্ৰবাহিত হৈ। ইয়াক বাধা দিব পৰা, ধৰি ৰাখিব পৰা ক্ষমতা কাৰো হোৱা নাই—ইয়াৰ সোঁতক কোনেও ওলোটাই বোৱাব পৰা নাই, নাছিল আৰু নোৱাৰে—সময়ক সাক্ষী কৰি বৈ আছে নিজা গতিৰে—নিজা প্ৰতিশ্ৰুতিৰে।

*   *   *   *

মাজ আঘোণৰ কুঁৱলী মিহলি বতৰ।

চাৰিওফালে পকা ধানৰ মন উতলা গন্ধ। খৰালি। ডাঠ কুঁৱলী মিহলি ৰ'দজাক চউদিশে বিয়পি পৰিছিল সমভাবে। ৰ'দজাক মৃদু আৰু ভাল লগা আছিল। এই কুঁৱলী মিহলি ৰ'দজাকৰ মাজেদি গৰুৰ গাড়ীত, ম'হৰ গাড়ীত পথাৰৰ পৰা পকা ধানৰ ডাঙৰী, মুঠি বোজাই দি এখনৰ পিছত আনখন গাড়ী শাৰীশাৰীকৈ ঘৰলৈ উভতিছিল গদাধৰৰ নৈৰ পাৰৰ পথাৰৰ মাজেদি গাড়ী অহা-যোৱা কৰা বাট পথেদি। সকলোৱে ব্যস্ত, সকলোৱে আনন্দিত সকলোৰে মুখত ব্যস্ততা মিহলি আনন্দৰ হাঁহি, পকা ধান চপোৱাৰ সীমাহীন আনন্দ; সকলোৱে সুখী। সকলোৰে ঘৰ, চোতাল, আগচোতাল পদূলি মুখ সকলোতে কেৱল পকা ধানৰ মুঠি, ডাঙৰীৰ মেজি।

প্ৰথম পুহৰ ৰবকাল বতৰ। কুঁৱলী মিহলি ৰ'দজাক ওলাইছিল। ৰ'দজাক কোমল আৰু ভাল লগা আছিল।

গদাধৰৰ পাৰত এটা ল'ৰা, যুৱৰাজ আন এজনী ছোৱালী যুৱৰাজৰ ভনীয়েক ৰাজকুমাৰী ফুৰিবলৈ আহিছিল।

দুয়ো দেখাত সুশ্ৰী, ধুনীয়া আৰু মৰম লগা। দুয়োৰে ৰূপত অনবদ্য আকৰ্ষণ আছে, খোজ-কাটল মাত কথাত কিছু সাধাৰণ মানুহতকৈ সুকীয়া। ভাগ্য আৰু সৌন্দৰ্য্য দুয়োটা একেলগে দিছে যেনেকৈ আজিলৈকে পৃথিবীৰ বুকুত জন্ম হোৱা ৰজা, মহাৰজা, ৰাণী, নবাব, বাদছাহ, বেগম, সম্ৰাট, সম্ৰাজ্ঞী প্ৰত্যেকেই সুশ্ৰী, সুন্দৰ, সুন্দৰী, অতুলনীয় ৰূপৰ অধিকাৰী, অধিকাৰিণী। এই ৰজা, বাদছাহৰ ৰূপ, সৌন্দৰ্য্যৰ বৰ্ণনাৰ কথা বুৰঞ্জীৰ পাততে জিলিকি আছে,

মানুহৰ মুখে মুখে। আৰু আছে—লোককথা হৈ কিম্বদন্তী হৈ কাহিনী হৈ। ৰজা বাদছাহৰ ৰূপত প্ৰজা কিয় শত্ৰুয়েও মোহিত হয়, শত্ৰুৰ হাতৰ তৰোৱাল খহি পৰে।

গদাধৰৰ পাৰত পুহ মাহৰ কুঁৱলী মিহলি মিঠা মিঠা ৰ'দজাকৰ মাজত আৰু শীত মিহলি পাতল বতাহজাকৰ মাজত ফুৰিবলৈ ওলাই আহিছিল সুন্দৰ সুশ্ৰী এজন বাৰবছৰীয়া ল'ৰা আৰু তাৰ লগত আছিল সৰস্বতীৰ দৰে ধুনীয়া ভনীয়েক। ল'ৰাটিৰ নাম প্ৰণব। প্ৰণব ৰজাৰ ল'ৰা, জমিদাৰৰ ল'ৰা ৰাজকুমাৰ। ছোৱালীজনীৰ নাম প্ৰতিমা। প্ৰণব আৰু প্ৰতিমা, প্ৰতিমা আৰু প্ৰণব। ককায়েক ভনীয়েক। প্ৰণবতকৈ তিনি বছৰৰ সৰু প্ৰতিমা। দেখাত দুয়ো ধুনীয়া, অতুলনীয় ৰূপৰ অধিকাৰী, মৰম লগা অনন্যা; সাধাৰণ মানুহৰ ল'ৰা-ছোৱালীতকৈ শ্ৰীচেহেৰাত, চলন-ফুৰণত আদব-কায়দাত, কথা-বতৰাত, মাত কথাত সদায় বেলেগ মাৰ্জিত নিৰ্লিপ্ত আৰু সৌহাৰ্দ্যপূৰ্ণ। মানুহবিলাকৰ মতে এই ল'ৰা-ছোৱালী হাল ৰজাৰ ল'ৰা—জমিদাৰৰ ল'ৰা। সঁচা কথা প্ৰণব আৰু প্ৰতিমা ৰজা জমিদাৰৰ ল'ৰা। জমিদাৰ প্ৰতাপনাৰায়ণ চৌধুৰীৰ ল'ৰা ৰতনপুৰৰ জমিদাৰৰ পুত্ৰ, যুৱৰাজ-ৰাজাবাহাদুৰ আৰু ৰাজকুমাৰী।

দঁতাল হাতী ৰখাইছিল গদাধৰ নৈৰ পাৰত। ৰজা বাহাদুৰ প্ৰণব আৰু ৰাজকুমাৰী প্ৰতিমা হাতীৰ পিঠিৰ পৰা গদাধৰৰ পাৰত পলস আৰু বালিৰ মাজত নামি দিছিল। ৰাজকুমাৰী আৰু যুৱৰাজ ৰজাবাহাদুৰ গদাধৰৰ পাৰত আগতেই জমিদাৰ ঘৰৰ পৰা—ৰজা ঘৰৰ পৰা আহিছিল ৰজাৰ চিপাহী, বৰকন্দাজ, লগুৱা লিকচৌ, নায়েব, মহৰী আৰু অন্য কৰ্ম্মচাৰীসকল। আৰু আহিছিল জমিদাৰৰ সৰু-ডাঙৰ প্ৰজাসকল—ৰায়তসকল, খেতিয়ক আৰু জোতদাৰসকল।

যুৱৰাজ আৰু ৰাজকুমাৰী গদাধৰৰ পাৰত হাতীৰ পিঠিৰ পৰা নামি দিছিল; সদায় ৰাজদৰবাৰত থকা জমিদাৰ ঘৰৰ যুৱৰাজ আৰু ৰাজকুমাৰী গদাধৰৰ পাৰত কেঁচা ঘাঁহবনেৰে ঢকা পথাৰখনত বৈ দিলে। গদাধৰৰ পাৰত কুঁৱলী মিহলি ৰ'দজাক। নৈৰপৰা বৈ অহা শীতল গা-মন জুৰ পেলোৱা বতাহজাক, কেঁচা মাটিৰ সুবাস মূৰৰ ওপৰত নীলা আকাশখন—আৰু আকাশখনৰ দুই এঠাইত বগা উৰণীয়া ভাৱৰৰ চপৰা, আকাশৰ বিচিত্ৰতা ভাল লাগিল। ভাল লাগিল চাৰিওফালৰ মুকলি পথাৰ, চিৰ প্ৰবাহিত গদাধৰ নৈখন, নৈৰ পাৰৰ

পথাবৰ পিছত পথাৰবোৰ, দুৰ্বি ঘাহ বনেৰে ঢকা কোমল পথাৰখন। কঁহুৱা আৰু ঝাউগছেৰে ভৰা নৈৰ বালি চাপৰিখন।

সেইদিনা গদাধৰৰ পাৰত আনন্দমুখৰ উৎসৱ, মেলা। ৰজা বাহাদুৰ যুৱৰাজ প্ৰণৱ আৰু ৰাজকুমাৰী প্ৰতিমাক চাবলৈ সকলো প্ৰজাই বৰ আগ্ৰহেৰে, ব্যতিব্যস্ত হৈ কোনোবা কোনোবা ঠাইৰ মানুহ এসপ্তাহৰ বাট পথ অতিক্ৰম কৰি আহিছে। কিছুমানে গৰুৰ গাড়ী, ম'হৰ গাড়ী লৈ, কিছুমানে ঘোঁৰাৰ পিঠিত উঠি আৰু কিছুমান ঠাইৰ পৰা মানুহবোৰ আহিছিল খোজ কাঢ়ি, আৰু বহুতেই নাবেৰে উজাই ভটিয়াই দিনৰ পিছত দিন ধৰি ৰাতিৰ পিছত ৰাতি, গাওঁৰ পিছত গাওঁ, খেতি-পথাৰ, নৈ-বিল, সৰু-ডাঙৰ হাবি-বননি পাৰ হৈ ৰ'দ আৰু সূৰ্য্যৰ পোহৰ মুৰৰ ওপৰত লৈ। ভাগৰ কাৰো লগা নাছিল, বেয়া কাৰো লগা নাছিল—সকলোৰে ভাল লাগিছিল —সকলোৰ মুখত পৰম তৃপ্তিৰ হাঁহি, আনন্দৰ হাঁহি, নোপোৱা আৰু নেদেখা বস্তু পোৱাৰ হাঁহি, দেখাৰ হাঁহি। ভাগৰ এজনৰো লগা নাছিল।

মানুহ আহিছিল হেজাৰ হেজাৰ—অগণন। কেৱল মেলা হৈছিল, ৰং তামচা, ধেমালি, খেল, বান্দৰ খেল, ঘোঁৰা দৌৰ, নাওঁ খেল হৈছিল আৰু হৈছিল বিভিন্ন ঠাই, গাওঁ নগৰ চহৰৰ পৰা অহা শিল্পী, গায়ক, বাঁহী বাদক, ঢুলীয়াসকলে পৰিবেশন কৰা লোকগীত, ভাটিয়ালী, কুষাণ, মালচি, জাৰি, জিকিৰৰ পবিত্ৰ সুৰ, মন মুহিব পৰা গীত আৰু গান। দোতোৰা, ঢোল, বাঁহী, চাৰিন্দা আৰু খোলৰ শব্দই চাৰিওফালে মুখৰিত কৰি তুলিছিল; সঙ্গীতৰ ধ্বনি প্ৰতিধ্বনিয়ে আকাশ-বতাহ বিয়পি মুখৰিত কৰি তুলিছিল আৰু গদাধৰৰ বোৱতী পানীৰ সোঁতত মিহলি হৈ পৰিল গীতৰ মন-প্ৰাণ কাঢ়ি নিয়া সুৰ। সকলোৰে কাণত পৰিল :

"তোমৰা গেইলে কি আসিবেন মোৰ মাহুত বন্ধুৰে,
হাতীৰ পিঠিত থাকিয়াৰে মাহুত মোৰ গলা ভাঙো
নাৰীৰ মনেৰ কথা তোমৰা কিবা জানো"

"হস্তী নৰান, হস্তী চৰান হস্তীৰ গলায় দৰী
সত্য কৰিয়া কনবে মাহুত ঘৰে কয়জন নাৰী"

হস্তী নৰাও, হস্তী চৰাও হস্তীৰ গলায় বেড়ি
সত্য কৰিয়া কইলং কন্যা বিয়া নাই কৰি"

গোৱাজনে গাইছে, শুনা মানুহে শুনিছে, অহা মানুহ আহিছে, যোৱা মানুহ গৈছে কেৱল এক আনন্দমুখৰ ব্যস্ততা, জন-জীৱনৰ হাঁহি আনন্দৰ স্বপ্রকাশ, মিলন।

এদিন ;

দুদিন

তিনিদিন

দিনৰ পিছত দিন, সাত দিনলৈ মেলা হয়। পুহৰ সংক্রান্তিত গদাধৰৰ পাৰত মেলা, বছৰেকীয়া উৎসৱ ইয়াত সকলোৰে আহে মেলা চাবলৈ। পুহৰ সংক্রান্তিত হোৱা মেলাত ৰজা প্রতাপ নাৰায়ণৰ জমিদাৰৰ সকলো প্রজা, ৰায়ত, খেতিয়ক আহে। ইয়াত, হিন্দু, মুছলমান নাই, শিখ ইছাই নাই, জাত-পাত নাই, উচ্চ-নীচ গোষ্ঠী গোত্র নাই সকলোৱে আহে মেলা চাবলৈ খেতিৰ ধান চপোৱাৰ পিছত মানুহবোৰ, খেতিয়ক ৰায়ত সকলৰ বৰ বেছি কাম-বন নেথাকে। সকলোৰে ভঁডালত ধান, আৰু ভঁড়ালত ধান থাকিলে খেতিয়কৰ সকলো থাকে হাঁহি আনন্দ, মনোবল আৰু ৰং-ৰইচ।

পুহ মাহত জাকৈ জাল, পল' লৈ বিলত মাছ মাৰিবলৈ যোৱাৰ বাহিৰে অন্য কাম নেথাকে

দূৰ দূৰণিৰ পৰা মানুহবোৰ আহিছিল। ভাগৰ কাৰো লগা নাছিল—ভৰিৰ বিষ কাৰো হোৱা নাছিল। মেলা চোৱাৰ আনন্দত ভৰি মাটিত পৰিছিল নে অন্য ক'ৰবাত পৰিছিল—মানুহবোৰে কব পৰা নাছিল—ধৰিব পৰা নাছিল—আৰু কাৰো ওচৰত সময়ও নাছিল—চোৱাও নাছিল। গদাধৰৰ পাৰত গোবিন্দপুৰ মেলাৰ কথা কোনে নেজানে—আজি জন্ম হোৱা কেঁচুৱাৰ মুখতো "গোবিন্দপুৰৰ" মেলাৰ কথা, মেলাত দোতোৰা বজাই গোৱা কালুমিয়া, অব্বাছ আলি, মুক্তা ৰৰকন্দাজৰ ভাটিয়ালী মুখে মুখে।

আৰু কোনোবাই গুণ গুণালে ;

"বনে হাৰাইলাম ৰাম সীতা
দেশে হাৰাইলাম মাতা পিতা
বিয়া কৰিয়া চাবিয়া আইলাম ৰেউলা সুন্দৰী"

আৰু এজনে গালে :

"সব সুন্দৰীক পাৰ কৰোত্তে লইব আনা আনা
তুমি সুন্দৰীক পাৰ কৰোত্তে খুলব কাণেৰ সোণা।"

সময় পাৰ হৈছিল।

মেলাৰ দিনবোৰ হাঁহি, আনন্দ মিলনৰ মাজেদি পাৰ হৈছিল। মেলা প্ৰতি বছৰে পতা হয়, মেলা হয়। জমিদাৰ প্ৰতাপনাৰায়ণ চৌধুৰীৰ পিতামহৰ দিনৰ পৰা এই 'গোবিন্দপুৰ' মেলা উদযাপিত হৈছে—পতা হৈ আহিছে—হয়তো তাৰ আগৰ পৰাও। পৰম্পৰাগত, লোকাচাৰ, বিশ্বাস, লোককথা, জনশ্ৰুতি আৰু বহুতো কাহিনী এই মেলাৰ লগত জৰিত হৈ আছে, মেলা লৈ অহা প্ৰতিজন মানুহৰ মুখে মুখে। সময়ৰ সোঁতত মানুহৰ মুখে মুখে বাগৰি মূল ঘটনাৰ পৰা, কাহিনীৰ পৰা কিছু যোগ-বিয়োগ হৈ পুৰণ হৰণ হৈ কিম্বদন্তী-বোৰ—মানুহে কোৱা কথাবোৰ ঘটনাবোৰ, সাধুবোৰ কিছু বাট সলাই পৰিবৰ্ত্তিত হৈ চলি আহিছে—সকলোকে সীমাহীন কৌতুহল আৰু আনন্দ দান কৰি।

কিছুমান বুঢ়া আৰু ধৰ্মপ্ৰাণ মানুহৰ মতে :

এই মেলা দুশ বছৰ আগৰ পৰা চলি আহিছে, হৈ আহিছে। আজিৰ পৰা দুশ বছৰ আগত ৰজা প্ৰতাপনাৰায়ণ চৌধুৰীৰ পিতামহৰ দিনৰ ঘটনা। শ্ৰীদীননাৰায়ণ চৌধুৰী এজন সাধাৰণ খেতিয়কৰ লৰা আছিল—কিন্তু নিজৰ বল, বিক্ৰম, জ্ঞান, বুদ্ধি আৰু কঠোৰ পৰিশ্ৰমৰ ফলত 'ৰতনপুৰ' জমিদাৰীৰ জমিদাৰ হৈ পৰে আৰু তেতিয়াৰ মহা পৰাক্ৰমী ৰজা নৰনাৰায়ণৰ তলত তলতীয়া ৰজা হৈ জমিদাৰী চলায়। ৰজা নৰনাৰায়ণৰ মৃত্যুৰ পিছত কৰ দিবলৈ অমান্তি হয়—অস্বীকাৰ কৰে আৰু নিজকে স্বাধীন ৰজা বুলি ঘোষণা কৰে—আৰু তেতিয়াৰ পৰা জমিদাৰী মোঘল বাদছাহৰ তলত নোহোৱা দিনলৈকে স্বাধীন আৰু জমিদাৰী চলাই যায়। স্বাধীন হোৱা দিনৰ পৰা দীননাৰায়ণ চৌধুৰীয়ে প্ৰতি বছৰে ৰাজ্য প্ৰতিষ্ঠা কৰা উৎসৱ পাতে, পূজা কৰে, ম'হ বলি দিয়ে—পঠা বলি দিয়ে আৰু কিছুমানৰ মতে নৰবলি দিয়ে আৰু দি আহিছে।

ৰৰপূজাৰ দিনা জমিদাৰ পৰিয়ালৰ সকলোৱে ৰজা, যুৱৰাজ, ৰাজকুমাৰী, ৰাজমাতা, ৰাণী আৰু পৰিয়ালৰ অন্য সকলোৱে যথাৰীতি আৰু পৰম্পৰামতে আহি পূজা-অৰ্চনা দিয়ে মন্দিৰত। মন্দিৰৰ ভিতৰত ভগবান শিৱৰ পুৰণি মূৰ্তি; গদাধৰৰ পাৰত এই মন্দিৰত আজি দুশ বছৰ ধৰি শিৱক পূজা কৰি আহিছে; বহুতে পশুপতি বুলিও মানে পূজা-অৰ্চনা দিয়ে, বলি দিয়ে।

নিয়মিত দৈনিক পূজা-পাতল কৰিবলৈ ৰাজবাৰীৰ ফালৰ পৰা জমিদাৰৰ

ইচ্ছামতে ব্ৰাহ্মণ, ঠাকুৰ নিয়োগ কৰা আছে। বিহাৰৰ কনৌজ; কাশী, মথুৰা, গয়া, বৃন্দাবন আৰু বেঙ্গলৰ কোচবিহাৰৰ পৰা আচাৰ্য্য. ভট্টাচাৰ্য্য, ব্ৰাহ্মণ ৰাজবাৰীৰ মন্দিৰত পূজা দিবলৈ—ৰজাৰ মঙ্গল, উন্নতি, সুখ শান্তিৰ বাবে, বিপদ মুক্ত, শত্ৰু নিধন, প্ৰজাৰ উন্নতি আৰু মঙ্গলৰ বাবে নিত্যৌ পূজা অৰ্চনা দিয়ে, দিয়া হয়।

আৰু আন বহুতৰ মতে বিশেষকৈ ৰজা ঘৰৰ লগত জৰিত আৰু অহা-যোৱা কৰা প্ৰজা, জোতদাৰ, নায়েব, মহৰী, বৰকন্দাজৰ মতে ৰজা দীননাৰায়ণ চৌধুৰীৰ দিনত পুহ মাহত কনৌজৰ পৰা পাঁচশজন বৃদ্ধ ব্ৰাহ্মণ আনি পূজা কৰা হৈছিল আৰু পূজাৰ এমাহৰ আগত কলিকতা, কোচবিহাৰ, কাশী, গয়া, মথুৰা, ত্ৰিপতিলৈ ৰজাঘৰৰ দূত, কটকী আৰু বিশ্বাসী ওচৰ সম্বন্ধীয় মানুহৰ হতুৱাই ৰজাৰ কৰা হৈছিল আৰু পূজাও ৰৰ ভাঙৰকৈ পতা হৈছিল 'ৰতনপুৰ' জমিদাৰৰ উপৰিও ওচৰচুবুৰীয়া অন্যান্য জমিদাৰ পূজা চাবলৈ আৰু পূজা দিবলৈ অহাৰ উপৰিও প্ৰজা, ৰায়তসকলেও পূজা চাবলৈ আহিছিল পূজা দিবলৈ আহিছিল। গোবিন্দপুৰৰ মেলা চাবলৈ আহিছিল আৰু আজিও আহে আৰু পূজা দিয়ে। মানুহৰ লগত মিলন, আনন্দ উৎসব, পূজা-পাতল—অৰ্চনা মেলাৰ মূলকথা প্ৰাণ।

সময় পাৰ হৈছিল।

গদাধৰত বছৰৰ পিছত বছৰ ঢল আহিছিল, বাৰিষা হৈছিল, খৰালি হৈছিল। নতুন নতুন চৰ-চাপৰি গদাধৰৰ দুয়ো পাৰত উঠিছিল আৰু কিছুমান চৰ-চাপৰি পুনৰ বাৰিষা পানীৰ প্ৰবাল সোঁতত উঠি-বুৰি গৈছিল—নৈৰ সোঁতত পুনৰ খহি গৈছিল ভাঙি গৈছিল। তথাপি গোবিন্দপুৰত, ৰতনপুৰত মানুহবোৰ মেলা পাতিছিল পূজা হৈছিল হেজাৰ হেজাৰ মানুহ প্ৰতি বছৰে মেলা চাবলৈ আহিছিল। সময়ৰ সোঁতত মেলা বন্ধ হৈ যোৱা নাছিল, হেৰাই যোৱা নাই।

ৰতনপুৰ জমিদাৰৰ পৰিয়ালৰ সকলোৱে মেলা চাবলৈ আহিছিল—পূজা চাবলৈ আৰু পূজা দিবলৈ, কৰিবলৈ আহিছিল।

এটা, দুটা,

তিনিটা, চাৰিটা

পাঁচোটা হাতীৰ পিঠিত উঠি পূজা চাবলৈ আৰু পূৰ্ব-পুৰুষ, উত্তৰ-পুৰুষক

ধৰ্ম কৰিবলৈ, পিতামহৰ দিনৰ পৰা চলি অহা, মানি অহা, পালন কৰি অহা ধৰ্ম, বিশ্বাস বজাই ৰাখিবলৈ আহিছিল নতুন পুৰুষ বৰ্ত্তমান জীৱিত ৰজাৰ পুত্ৰ যুৱৰাজ, জীয়ৰী-ৰাজকুমাৰী, ৰাজমাতা আৰু ৰজাঘৰৰ সকলোৰে।

* * * *

আন কিছুমান গাঁওৰ পুৰণি আৰু বয়োজ্যেষ্ঠ ধৰ্মপ্ৰাণ পুৰুষ আৰু মহিলাৰ মতে এই মেলা আৰম্ভ হোৱাৰ কাহিনী, জনশ্ৰুতি এনে ধৰণৰ: মহাৰাজ দীননাৰায়ণ চৌধুৰীয়ে দহ বছৰ ৰাজত্ব কৰাৰ পিছত ভূটিয়া আৰু আহোম ৰজা লগ হৈ ৰত্নপুৰৰ ৰজা জমিদাৰক আক্ৰমণ কৰে আৰু ৰত্নপুৰ ৰাজ্য দখল কৰে। কিন্তু চতুৰ দীননাৰায়ণ চৌধুৰী আৰু তেওঁৰ জোৱাঁই আৰু সেনাপতি বীৰ মেঘনাৰায়ণৰ অতৰ্কিত নিশাৰ আক্ৰমণত বহুত আহোম আৰু ভূটিয়া সৈন্য যুদ্ধত নিহত হয়। উপায়হীন হৈ বীৰ গদাধৰ সিংহ দীননাৰায়ণক 'ৰত্নপুৰ' ৰাজ্য পুনৰ ওভোতাই দি নিজ ৰাজ্যৰ ৰাজধানী গড়গাওঁলৈ উভতি আহে। দীননাৰায়ণে গদাধৰক নিজৰ কন্যা অৰুণা দেৱীক বিয়া দিয়ে আৰু গদাধৰ সিংহৰ নাম চিৰযুগমীয়া কৰি ৰাখিবৰ বাবে ভূটানৰ পৰা বৈ অহা চিৰ প্ৰবাহিত নৈখনৰ নাম ৰাখে গদাধৰ। দু'শ বছৰৰ আগতে ৰখা গদাধৰৰ নাম আজিও গদাধৰ হৈয়ে আছে। গদাধৰ নাম লৈ বৈ আহিছে, বৈ আছে। সকলোৰে গদাধৰক জানে চিনি পায় প্ৰত্যেকৰ জীৱনৰ লগত গদাধৰৰ ওতঃপ্ৰোতভাৱে জড়িত।

যুদ্ধত পৰাজিত হৈ ৰাজ্য হেৰুৱাৰ পিছত পুনৰ ৰাজ্য ঘূৰাই পোৱাত দীন-নাৰায়ণ চৌধুৰী গদাধৰৰ পাৰত নিজৰ ৰাজপ্ৰাসাদৰ অলপ দূৰৈত পুহ মাহৰ পূৰ্ণিমাত ডাঙৰ মঙ্গল যজ্ঞ পাতিছিল—পূজা-পাতল দিছিল আৰু নিজ দেশৰ উপৰিও অন্য ৰাজ্যৰপৰা গুণীজ্ঞানী বিখ্যাত পণ্ডিত, ব্ৰাহ্মণ, গণক, পুৰোহিত, জ্যোতিৰ্বিদ, জ্যোতিষী, তাৰ্কিক, গণিতজ্ঞ আৰু সঙ্গীতজ্ঞ নিমন্ত্ৰণ কৰি আনিছিল—আৰু অনা হৈছিল। সাতদিন যজ্ঞ কৰাৰ পিছত যজ্ঞ পৰিচালনা কৰা পুৰোহিত ব্ৰাহ্মণ শ্ৰীশ্ৰীশঙ্কৰবাবা আৰু আন আন আচাৰ্য্য, গণক, জ্যোতিষী, শাস্ত্ৰবিদসকলে ৰজাক প্ৰতি বছৰে পুহৰ সংক্ৰান্তিত শিৱক ম'হ বলি দি পূজা কৰিবলৈ সিদ্ধান্ত দিয়ে। এই প্ৰথামতে পূজা কৰি থাকিলে ৰজাৰ ৰাজ্যত ভগত উল্লেখ কৰা বিষয়সমূহৰ কোনো ক্ষতি নহয় আৰু জমিদাৰী তথা ৰাজকাৰ্য্য মহাসুখে পুত্ৰ-পুত্ৰাদি ক্ৰমে চলাই যাব পাৰিব আৰু চলি থাকিব।

(১) প্ৰতি বছৰে পুহৰ সংক্ৰান্তিত কমেও ১৫০ জনৰ পৰা ৫০০ জন শাস্ত্ৰজ্ঞ ব্ৰাহ্মণৰ দ্বাৰা পূজা-পাতল দি থাকিব লাগিব।

(২) ৰজাৰ ৰাজ্য আৰু জমিদাৰী কোনো শত্ৰুৰ দ্বাৰা আক্ৰান্ত নহয়, বিদেশীয়ে আক্ৰমণ কৰিব নোৱাৰিব।

(৩) ৰাজ্যত কোনো ধৰণৰ বিদ্ৰোহ নহ'ব। ৰাজ্য আৰু জমিদাৰী অন্য কোনো ৰজাৰ দখলত নেযায়; কাৰো বশ্যতা, পৰাধীনতা স্বীকাৰ কৰিবলগা নহয়।

(৪) ৰাজ্যত খেতি-বাতি আৰু লগতে শস্যৰ উৎপাদন হ'ব।

(৫) ৰাজ্যত কোনো অমঙ্গল ঘটনা, মহামাৰী, দুৰ্যোগ, বানপানী আদি নহ'ব।

(৬) ৰজাৰ ভঁড়াল সদায় সোণ, ৰূপ, মণি-মুকুতাৰে ভৰি থাকিব।

(৭) ৰাজ্যৰ সীমা আৰু বাঢ়ি যাব—ৰজাই নতুন নতুন তলতীয়া ৰাজ্য নিজ ৰাজ্যৰ অধীনলৈ আনিব পাৰিব।

(৮) ৰাজ্যৰ, ৰজা ঘৰৰ, ৰাজপৰিয়ালৰ সুনাম, যশ, গুণানুকীৰ্তন ভাৰতবৰ্ষৰ সকলো ঠাইত বিয়পি পৰিব আৰু বিশ্বৰ সকলো ঠাইৰ ৰজাও নতশিৰে সন্মান জনাব।

(৯) ৰাজ্যত কোনো দুখীয়া নেথাকিব। সকলোৰে সুখ হ'ব।

(১০) সকলো প্ৰজা, ৰায়ত, খেতিয়ক, গোমোস্তা সকলোৱে ধৰ্ম, জাত-পাত, গোষ্ঠী গোত্ৰ নিৰ্বিশেষে জমিদাৰক ভক্তি, সন্মান সহকাৰে মানি চলিব আৰু মাটিৰ খাজনা, কৰ আদি দি থাকিব।

আৰু মঙ্গলৰজৰ ওপৰত দিয়া সিদ্ধান্তমতে জমিদাৰ প্ৰতাপনাৰায়ণ চৌধুৰী পূজা-পাতল যাগ-যজ্ঞ কৰি আহিছে আৰু আজিলৈকে কৰি আছে। ম'হবলি নৰবলি দি আহিছে আৰু পূৰ্বপুৰুষ ৰজা, জমিদাৰসকলে কৰা সকলো কাম আৰু নিয়ম-নীতি পালন কৰি আহিছে। যাগ-যজ্ঞ, পূজা-পাতল, বলি, উছৰ্গা আদিয়ে ধৰ্ম, মানুহৰ ধৰ্ম, এটা জাতিৰ, এখন সমাজৰ, এখন দেশৰ আৰু এজন ৰজাৰ ধৰ্ম, জীৱন। সেয়ে পুহৰ সংক্ৰান্তিত প্ৰতি বছৰে মেলা পতা হয়। এয়া আজিৰ নহয়—দুশ বছৰীয়া পুৰণি—আওপুৰণি আৰু এই মেলাৰ ইতিহাস, কাহিনী আৰু লোককথা বহুত দীঘলীয়া, পুৰণি। তথাপি মেলা, পূজা-পাতল সকলো চলি আছে—ইয়াৰ বহু

কৰিব পৰা নাই কোনেও, উঠাই দিব পৰা নাই। বৃটিছ অহাৰ আগতেও ইয়াত আছিল বীৰ যোদ্ধা, শক্তিশালী মোঘল সেনাপতিসকল, চিপাহী, সৈন্য আৰু চিপেহচালাৰ সকল। মোঘল সৈন্য, সেনাপতি যোদ্ধাসকলৰ ঘোঁৰা আৰু হাতীৰ খোজত গাওঁ, ভূঁই পথাৰ-পাহাৰ, পৰ্বত, শস্যৰ পথাৰ সকলো ধূলিসাৎ হৈছিল—নিশ্চিহ্ন হৈছিল; মোঘল সৈন্যৰ তৰোৱালৰ চিকমিকনিত সকলো মৰিমূৰ হৈছিল; তথাপি গোবিন্দপুৰৰ শিৱমন্দিৰ আৰু গোবিন্দপুৰৰ মেলা ৰৈ গৈছিল, বন্ধ হোৱা নাছিল—বন্ধ হোৱা নাছিল পূজা-পাতল অৰ্চনা। যুদ্ধ শেষ হৈছিল—মোঘল সৈন্য দেশ জয় কৰি উভতি গৈছিল বখতীয়াৰউদ্দিন খিলজী, তুৰ্বক, মিৰজুমলা আৰু আন বহুতো মোঘল, পাঠান, তুৰ্কী সৈন্য আৰু সেনাপতি।

গোবিন্দপুৰৰ শিৱমন্দিৰ কোনো মুছলমান বীৰ সেনাপতি, মোঘল, পাঠান, তুৰ্কীয়ে কেতিয়াও অপমান কৰা নাছিল—সকলোৱে নতশিৰে সেৱা জনাই দেশ জয় কৰিবলৈ, বিশ্বজয় কৰিবলৈ, এখনৰ পিছত আনখন দেশ জয় কৰি আগুৱাই গৈছিল, জয় কৰিছিল, জয়ধ্বজা উৰুৱাইছিল। সেয়ে গোবিন্দপুৰৰ শিৱমন্দিৰ আজিও সময়, যুগ, যুগৰ পিছত যুগ, শতাব্দী পাৰ হোৱাৰ পিছতো সূৰ্য্য আৰু চন্দ্ৰক সেৱা কৰি থিয় দি আছে নিজা গৌৰৱ, ধৰ্ম, বিশ্বাস আৰু প্ৰতিশ্ৰুতি লৈ। আৰু আজিও চলি আছে পূজা-পাতল, অৰ্চনা, নাম-কীৰ্তন, সেৱা, দক্ষিণা আৰু আছে বছৰেকীয়া মেলা, গোবিন্দপুৰৰ মেলা।

আৰু এটা কাম কৰা হৈছিল।

সদায় ৰজাৰ মঙ্গল, ৰাজ্য আৰু ৰাজ পৰিয়ালৰ বাবে কৰা পূজা অৰ্চনা যাগ-যজ্ঞ আৰু ধৰ্ম কাম কৰাৰ বাবদ ৰজা ঘৰৰপৰা ব্ৰাহ্মণ পুৰোহিত, পূজাৰীক ভূমি-দান কৰা হৈছিল। এই ভূমিৰ বাবে পুত্ৰ-পুত্ৰাদিক্ৰমে, বংশানুক্ৰমে ভোগ দখল আৰু খাই থাকিবলৈ দান কৰা হৈছিল। এই ভূমিৰ বাবে কোনো ব্ৰাহ্মণ পুৰোহিত, পূজাৰী, ভট্টাচাৰ্য্যই ৰজাক কোনো কৰ, খাজনা বা পৰিশ্ৰম কৰি দিব-লগীয়া নহৈছিল। পিছলৈ লাখেৰাজ আৰু নিস্পি খেৰাজ স্বত্ব প্ৰদান কৰা হৈছিল আৰু ৰজা ঘৰৰ ধৰ্ম কাম কৰাত যাতে কোনো বাধা নেপায়, ভেঁওলোকে যাতে খেতি কৰিব নেলাগে, হাল কোৰ মাৰিব নেলাগে, গৰু চৰাই চৰাব নেলাগে, ৰখিব নেলাগে—সেইয়ে ভেওঁলোকৰ খেতি-বাতি কৰি ভড়ালত ধান আৰু আন আন শস্য, ফচল ভৰাই ৰাখিবলৈ জমিদাৰ ঘৰৰ পৰা দান কৰা

মাটিত খেতি কৰিবলৈ 'ভূমিদাস' ৰখা হৈছিল। এই লোকৰ কাম হ'ল আৰু কৰিব লগা কামৰ ভিতৰত ব্ৰাহ্মণ, পূজাৰী আৰু ৰাজ পৰিয়াল, জমিদাৰ পৰিয়ালৰ বাবে ধৰ্মকৰ্ম কৰা লোকৰ খেতি কৰা। এই ভূমিদাস সকলক কিনি অনা হৈছিল, ৰাজ-জমিদাৰৰ চিপাহীৰ দ্বাৰা ধৰি অনা হৈছিল। জমিদাৰৰ ফালৰ পৰা এই ভূমিদাস সকলক দৰমহা আৰু ভাট্টা দিয়া হৈছিল—যদিও সেইয়া কেৱল নামমাত্ৰ আছিল—পৰিশ্ৰমৰ তুলনাত তেনেই নগণ্য আছিল।

আৰু কিছুমান অন্য গাওঁৰ প্ৰজাৰ মতে মেলা আৰম্ভ হোৱাৰ কাৰণ, বিশেষকৈ এনে ধৰণৰ, ৰজা দীননাৰায়ণ চৌধুৰীৰ কেইবা বছৰলৈকে কোনো সন্তান-সন্ততি হোৱা নাছিল। প্ৰথম ৰাণী উত্তৰাৰ কোনো সন্তান নোহোৱাত দ্বিতীয় বিবাহ কৰে—আৰাধনাক, কিন্তু আৰাধনাৰো কোনো পুত্ৰসন্তান নহ'ল, গৰ্ভৱতী নহ'ল। দুয়ো ৰাণীৰ গাত সন্তান সম্ভৱৰ কোনো লক্ষণ দেখা নগ'ল। দেশৰ কবিৰাজ, বৈদ্য, ওজা, গণক, জ্যোতিষী, ডাক্তৰ, ধৰ্মশাস্ত্ৰবিদৰ পৰা ঔষধ তাবিজ, জৰা-ফুকা আদি সকলো কৰা হ'ল কিন্তু কোনো এজনী ৰাণীৰ গৰ্ভত সন্তান জন্ম নহয়। দান, দক্ষিণা, পূজা পাতল দিয়াও হ'ল কিন্তু একোতে ৰজা আৰু দুই ৰাণীৰ কোলাত কোনো সন্তান নহ'ল। ইফালে ৰজাৰ বয়স চল্লিছৰ ডেওনা পাৰ হৈ গ'ল। অপুত্ৰক আৰু সন্তানহীন হোৱা বাবে ৰজা ঘৰৰ সকলোৰে চিন্তিত, দুঃখিত হ'ল, ৰাজ পৰিয়াল আৰু ৰজাঘৰ, ৰাজ্যত এটা পূৰাৰ নোৱাৰা অভাৱ বিষণ্ণতাই ছানি পেলালে, কতো আনন্দ উল্লাস নোহোৱা হ'ল—নোহোৱা হ'ল আনন্দ উৎসৱৰ।

সময় পাৰ হৈছিল :

এদিন পুহৰ সংক্ৰান্তিত এজন বৃদ্ধ জটাধাৰী ব্ৰাহ্মণ আহি ৰাজ-দৰবাৰত উপস্থিত হ'ল। বতৰ ফৰকাল আৰু মৃদু আছিল। পাতল বতাহজাকৰ লগত কুঁৱলী মিহলি ৰ'দজাক চাৰিওফালে বিয়পি পৰিছিল। স্বচ্ছ-ৰঙা দিনৰ পৱিত্ৰ আৰু ভাল লগা পোহৰখিনি সমভাৱে বিয়পি পৰিছিল। কুঁৱলী মিহলি ৰ'দজাক সকলোৰে ভাল লগা আছিল : আনন্দদায়ক আছিল।

কমণ্ডলু, ত্ৰিশূল লাহেকৈ মাটিত থৈ দাৰোৱান আৰু ৰজাৰ চিপাহীৰ ফালে কোমল চাৱনীৰে চাই ক'লে :

"মই ভিক্ষা, দক্ষিণা, দান ৰৰগুণি, টকা-পইচা, সোণ, ৰূপ একো বিচাৰি অহা নাই আৰু বিচৰাও নাই" কথাখিনি কোৱাৰ পিছত জটাধাৰী ব্ৰাহ্মণজনে প্ৰায়

চিঞৰিয়ে ক'লে—"'জয় শঙ্কৰ বাবা' মই কেৱল ৰজাৰ লগত দৰ্শন কৰিবলৈ আহিছো আৰু দৰ্শন কৰাৰ পিছত মই মোৰ গন্তব্যস্থানলৈ যাম৽।" বগা গেৰুৱা ভূষণ পৰিহিত ব্ৰাহ্মণজন মাৰ্জিত, নিৰ্লিপ্ত, প্ৰফুল্লিত শঙ্কৰ বাবা কোৱা কথা-খিনিত নিজৰ আত্মবিশ্বাস ৰাখিয়ে ক'লে। জটাধাৰী, গেৰুৱা ভূষণ পৰিহিত, ললাট টিকা, কাষলতিত এখন বগা কাপোৰৰ মোনাসহ ব্ৰাহ্মণ, সাধুয়ে কাৰো কালে নোচোৱাকৈ ৰজা বাহাদুৰৰ দৰ্শন পাবলৈ বৈ থাকিল।

পাতল এজাক সমীৰণ দূৰৈৰ পৰা বৈ আহিছিল নিৰবে, বৈ আহিছিল পশ্চিমফালৰ পৰা। নীলা আকাশৰ বুকুত দুই এচপৰা শুকুলা ডাৱৰে আকাশখন আৰু বিচিত্ৰ কৰি তুলিছিল, মোহনীয় কৰি তুলিছিল।

কিছু সময় নিৰবে পাৰ হৈছিল।

বৃদ্ধ ব্ৰাহ্মণৰ আগমনৰ কথা ইতিমধ্যে ৰাজ-দৰবাৰৰ উপৰিও অন্য কৰ্মচাৰী৽ সকলেও জানিছিল, অৱগত হৈছিল। আৰু, ৰজাঘৰৰ মন্ত্ৰী, মেনেজাৰ, নায়েব, মহৰী বৰকন্দাজ আৰু অন্য কৰ্মচাৰী, ৰজাঘৰৰ লগত জৰিত লোকসকল আহি বৃদ্ধ ব্ৰাহ্মণৰ ওচৰ পাইছিল—সকলোৰে দৃষ্টি, কৌতুহল ব্ৰাহ্মণৰ ওপৰত, সকলোৱে ব্ৰাহ্মণক জুপি জুপি চাইছিল—আৰু বহুতেই ব্ৰাহ্মণৰ চৰণ চুই সেৱা জনালে নতশিৰে। ব্ৰাহ্মণৰ আগমনৰ কথা ৰাণী উত্তৰাদেৱী আৰু আৰাধনা দেৱীৰ কাণত পৰিছিল গৈ। দুয়োজনী ৰাণী উত্তৰা আৰু আৰাধনা লগতে ৰজা দীন-নাৰায়ণ চৌধুৰী ব্ৰাহ্মণ শঙ্কৰবাবাৰ ওচৰত আহি থিয় হৈছিল নতশিৰে। ৰজা বাহাদুৰ ব্ৰাহ্মণৰ ওচৰ পাই মূৰ তুলি ব্ৰাহ্মণৰ ফালে চালে আৰু কৈ উঠিল :

"কি লাগে ?"

"মোক একো নেলাগে—একোকে বিচাৰি অহা নাই—সোণ, ৰূপ, হীৰা, মৰকত মোক নেলাগে মই আপোনাক দিবলৈ আহিছো"—লাহে লাহে ব্ৰাহ্মণে কথাখিনি ক'লে আৰু ৰজা, দুয়ো ৰাণীৰ ফালে মূৰ তুলি চালে।

ৰজা দীননাৰায়ণ দুই ৰাণীৰ লগতে মূৰ তুলি পুনৰ বৃদ্ধ ব্ৰাহ্মণৰ ফালে চালে : ৰজা আৰু দুই ৰাণীৰ অপলক দৃষ্টি কেৱল ব্ৰাহ্মণৰ ওপৰত নিক্ষিপ্ত আৰু সন্নিবিষ্ট।

ব্ৰাহ্মণ পুনৰ কৈ গ'ল :

"আজি ৰাতি সপোনত দেখা দিয়া মতে, সপোনত দেখুওৱা মতে আৰু ৰোৱদুতে দিয়া নিৰ্দেশমতে কৰ্ম কৰি থাকিলে—দুই ৰাণীৰ দুই পুত্ৰ জন্ম হ'ব।

যুৱৰাজ হ'ব আৰু দুই যুৱৰাজ বুদ্ধিমান বীৰ, যোদ্ধা, সাহসী সুশ্ৰী হ'ব আৰু ৰাজ্যৰ অধিকাৰী হ'ব।'

ব্ৰাহ্মণৰ বাণীত দুই ৰাণী আৰু ৰজা আনন্দিত, প্ৰফুল্লিত আৰু সুখী হ'ল। ৰজাঘৰৰ শঙ্খ বজোৱা হ'ল; মঙ্গল বাদ্য বজোৱা হ'ল—উলু-লু দিয়া হ'ল।

সেইদিনা পুহ মাহৰ সংক্ৰান্তি শুক্লপক্ষৰ ৰাতি আকাশত পূৰ্ণচন্দ্ৰ আৰু অগণন তৰাৰ তিৰবিৰণিয়ে ৰাতিৰ নীলা আকাশখন আৰু শুৱনি কৰি তুলিছিল—ভাল লগা কৰি তুলিছিল, মোহনীয় আৰু বিনন্দীয়া কৰি তুলিছিল, স্বপ্ন বিভোৰ কৰি তুলিছিল। চৌদিশে কেৱল ৰাতিৰ শান্ত নিৰৱতা আৰু জোনাক নিশাৰ ৰূপালী স্নিগ্ধ পবিত্ৰ পোহৰবোৰ কুঁৱলী মিহলি হৈ বিয়পি পৰিছিল। পৃথিবীৰ সকলো মানুহ, মতা-তিৰোতা, ধনী দুখীয়া, ৰতনপুৰ জমিদাৰৰ সকলো প্ৰজা, ৰায়ত আৰু খেতিয়কসকল শুই পৰিছিল শান্ত ৰাতিৰ নিৰৱতাক সাৰটি, প্ৰাণময়তাক সাৰটি। পৃথিবীৰ কতো সাৰ-স্মৃ নাই, হাই উৰুমি নাই, কোলাহ'ল নাই, ব্যস্ততা নাই। কৰ্মব্যস্ত আৰু পৰিশ্ৰমী ভাগৰুৱা মানুহবোৰ শুই পৰিছিল—ৰাতিৰ কোলাত, শান্ত ৰাতিৰ মৰমৰ কোলাত, নিৰৱতাক সাৰটি, মধুৰ প্ৰাণময়তাক সাৰটি।

সেই পুহৰ সংক্ৰান্তিৰ ৰাতি ৰজা দীননাৰায়ণ চৌধুৰী সপোনত দেখা পোৱা ধৰণে পিছদিনা ৰাতিপুৱা উঠি পাত্ৰ-মন্ত্ৰী, নায়েব, মহৰী, বৰকন্দাজ আৰু আন আন কৰ্মচাৰী সকলক মাতি আনি সপোনত দেখা পোৱা মতে আৰু নিৰ্দেশ মতে সকলো বস্তুৰ যোগাৰ কৰিবলৈ হুকুম দিলে। কনৌজ, গয়া, মথুৰা, বৃন্দাবন আৰু কাশীৰপৰা জ্ঞানী-গুণী শাস্ত্ৰজ্ঞ ব্ৰাহ্মণ, আচাৰ্য্য, ভট্টাচাৰ্য্য অনা হ'ল আৰু কলিকতাৰ পৰা পূজাৰ বজাৰ কৰা হ'ল, পূজাৰ বাবে লাগতীয়াল সকলো বস্তু অনা হ'ল—যি বস্তু য'ৰ পৰা আনিব লাগে। ফাল্গুনী জোতদাৰৰ বাথানৰ পৰা দুটা মতা ম'হৰ পোৱালী অনা হ'ল। দুই-তিনি দিনৰ ভিতৰত পূজা আৰু মহাযজ্ঞৰ বাবে সকলো যোগাৰ কৰা হ'ল। য'ৰ পৰা যি আনিব লাগে, য'ত যি কৰিব লাগে, দিব লাগে, য'ত যাক পঠিয়াব লাগে। কোনোবাই হাতী, ঘোঁৰা, ম'হৰ গাড়ী, গৰুৰ গাড়ী লৈ ওলাই গ'ল ঔদাহে বৈদাহে, গাঁৱে গাঁৱে, নগৰ চহৰলৈ, চাউল, দৈ, গাখীৰ, কাপোৰ আৰু আন আন লাগতীয়াল বস্তু আনিবলৈ, জমিদাৰ ঘৰৰ পূজাৰ কথা—যাগযজ্ঞৰ কথা—ভাওৰ পূজা!

আৰু সপোনৰ নির্দেশ মতে দৈববাণী শোৱা মতে, শুনোৱা মতে পূজা আৰু যাগযজ্ঞৰ কাম আৰম্ভ কৰা হ'ল।

পাঁচশ পূজাৰী ব্ৰাহ্মণে যজ্ঞ আৰু পূজাৰ কাম সমাধা কৰিলে সাত দিন সাত ৰাতিৰ ভিতৰত। পূজা, যজ্ঞলৈ কিমান মানুহ আহিল, অৰ্ঘ, অৰ্চনা, নৈবেদ্য দিলে তাৰ হিচাপ কাৰো হাতত নাই যদিও সকলোৰে মতে পূজা আৰু যজ্ঞলৈ মানুহ আহিছিল—হেজাৰ হেজাৰ, লাখ লাখ। বহুতেই বিশ্বাস আৰু দৃঢ়তাৰে ক'লে—মানুহৰ উপৰিও মহাযজ্ঞলৈ স্বৰ্গৰ স্বয়ং দেৱতা, দেৱীসকল নৰৰূপ ধৰি আহিছিল—গোবিন্দপুৰৰ যজ্ঞ চাবলৈ, যজ্ঞলৈ। কিছুমান মানুহবোৰৰ মতে যজ্ঞলৈ অহা বহুত মানুহৰ শ্ৰীঃচেহেৰা সাধাৰণ মানুহতকৈ বেলেগ অত্যন্ত ধুনীয়া মানুহবোৰ আৰু তেওঁলোকৰ লগত অহা সুন্দৰী তিৰোতাসকল এই মানুহৰ লগত কোনো তুলনা নহয়। বহুতৰ মতে পুৰুষ মানুহখিনি হ'ল বিষ্ণু, মহেশ্বৰ, ব্ৰহ্মা, মহাদেৱ, আদি দেৱতাৰ নৰৰূপ আৰু মহিলাসকল হ'ল লক্ষ্মী, সৰস্বতী, পাৰ্বতী, দুৰ্গা, গৌৰী দেৱীৰ ৰূপ।

মহাযজ্ঞ, গোবিন্দপুৰৰ মহাযজ্ঞৰ কাম সমাধা হ'ল।

এবছৰ পাৰ হ'ল আৰু এই মহাযজ্ঞৰ ঠিক এবছৰ পাৰ হোৱাত ৰাণী উত্তৰা আৰু আৰাধনাৰ গৰ্ভত পুত্ৰসন্তানৰ জন্ম হয়। জন্ম হয় দুই যুৱৰাজৰ। প্ৰথমা ৰাণী উত্তৰাৰ গৰ্ভত জন্ম হোৱা ৰাজপুত্ৰৰ নাম ৰখা হ'ল শশাঙ্ক; আৰাধনাৰ গৰ্ভত জন্ম হোৱা ল'ৰাটিৰ নাম দিয়া হ'ল গৌতম। শশাঙ্ক আৰু গৌতম, গৌতম আৰু শশাঙ্ক দুয়ো যুৱৰাজ, দেখাত ধুনীয়া, নোদোকা, স্বাস্থ্যবান, মৰমলগা আৰু সুশ্ৰী। এদিন—

কেঁচুৱা দুটি উবুৰি হ'ল

কেঁচুৱা দুটি হাঁহিলে

কেঁচুৱা দুটিৰ দাঁত ওলাল;

কেঁচুৱা দুটি আঁঠু ললে,

কেঁচুৱা দুটি খোজ ললে।

ৰাজদৰবাৰত পুনৰ আনন্দ উল্লাস আৰু প্ৰসন্ন উভতি আহিল। সকলো কাম পুনৰ নিৰবিচ্ছিন্ন ভাবে চলিবলৈ ধৰিলে। ৰজা দীননাৰায়ণ, ৰাণী উত্তৰা আৰু আৰাধনা দুই পুত্ৰ যুৱৰাজ লাভৰ বাবে সীমাহীন আনন্দিত হ'ল। ৰাজ্যৰ চাৰিওফালে ৰাজ্যৰ চুকে-কোণে সকলো ঠাইৰ প্ৰজা ৰায়ত, ধনী-

কুৰীয়া ; খেতিয়ক সকলোকে মাতিলে আৰু নিমন্ত্ৰণ কৰি আনি ভোজ ভাত খুৱালে, সকলো প্ৰজাৰ পৰা দুই যুৱৰাজৰ দীৰ্ঘায়ু আৰু মঙ্গল কামনা কৰিলে। আৰু সেই দিনৰ পৰা গোবিন্দপুৰত মেলা আৰম্ভ হ'ল। সেইবোৰ মানুহ, প্ৰজা, ৰায়ত, খেতিয়ক ৰজাৰ ভোজ খাবলৈ আৰু যজ্ঞ চাবলৈ অহা মানুহবোৰৰ এজনো নাই কিন্তু মেলা আছে। প্ৰতি বছৰে মেলাৰ পৰম্পৰা একেভাবে চলি আছে আগৰ নিচিনাই, উদযাপিত হৈ আছে। গোবিন্দপুৰ আজিও জীৱন্ত হৈ আছে প্ৰাণ প্ৰাচুৰ্য্যৰে ভৰপুৰ হৈ এক দীঘলীয়া ইতিহাস লৈ নিজা প্ৰতিশ্ৰুতি লৈ।

## তেৰ

সময় আবেলি আছিল।

বতৰ ফৰকাল আছিল। পাতল এজাক পছোৱা নিৰবে শান্তভাবে বৈ আহিছিল। ব'দজাক কুমলিছিল—ব'দজাক কোমল আৰু ভাল লগা আছিল। গা-মন জুৰ পেলোৱা ভাল লগা বতৰ।

পুহৰ শেষ—শীতকাল। ডাঠ কুঁৱলী মিহলি ব'দজাক চৌদিশে বিয়পি পৰিছিল। ব'দজাক স্বচ্ছ আৰু পবিত্ৰ আছিল। আবেলিৰ এই ভাল লগা বতৰত কুঁৱলী মিহলি ব'দজাকৰ মাজে মাজে গদাধৰৰ পাৰত আৰু বহল পথাৰ-খনত ফুৰিবলৈ ওলাই আহিছিল প্ৰণৱ আৰু প্ৰতিমা। লগত আহিছিল ঘৰৰ পুৰণি আৰু বিশ্বাসী দাসী—বান্দী, চাকৰ।

আবেলিৰ এই কোমল ব'দজাকৰ বাঙলী কিৰণ পাখীত সানি দূৰ পৰ্বত পাহৰৰ পৰা ৰাজহাঁহ, শৰালী হাঁহ, পানী হাঁহৰ জাক গদাধৰৰ নিৰ্মল পানীত পৰিছিল। অগণন হাঁহ, শৰালীৰ জাকৰ ফালে তন্ময়, মৌন আৰু নিজকে পাহৰি অফুৰন্ত আনন্দিত হৈ চাইছিল প্ৰণৱ আৰু ভগ্নী প্ৰতিমা। গদাধৰ নৈৰ পানীত আবেলি বেলিৰ হেঙুলীয়া কিৰণ বিচ্ছুৰিত হৈ পৰিছিল আৰু পৰিছিল জাকে জাকে বনৰীয়া ৰাজহাঁহ, শৰালী হাঁহ আৰু অন্য পানী হাঁহৰ পাখীত ৰাঙলী বেলিৰ কিৰণ সানি গদাধৰৰ পানীত। কোমলমতি প্ৰণৱ আৰু প্ৰতিমা এই চৰাইজাক, হাঁহ, পখীৰ মুক্ত বিচৰণ, বৈ যোৱা নিৰ্মল পানীৰ সোঁত চাই তুয়ো কিছু ভাবুক, চিন্তিত আৰু তন্ময় হৈছিল, মৌন হৈছিল আৰু বিমল

আনন্দত আত্মহাৰা হৈছিল প্ৰকৃতিৰ মনমোহা, বিনন্দীয়া, বিচিত্ৰ ৰূপ দেখি। প্ৰণৱ আৰু প্ৰতিমা স্বপ্ন বিভোৰ হৈছিল। ৰাজ প্ৰাসাদৰ ভিতৰতকৈ বাহিৰৰ পথাৰ, মুকলি পৃথিৱী, নৈ-নিজৰা, মুক্ত আকাশ, উৰণীয়া চৰাই, নৈত বিচৰণ কৰা চৰাইৰ জাকবোৰ, হাঁহবোৰ, পখীবোৰ বেছি ভাল লাগে। চাই চাই হেপাহ নপলায়। প্ৰকৃতিৰ এই সৃষ্টিবোৰৰ প্ৰত্যেকৰে একো একোটা নিজা সৌন্দৰ্য্য আছে - প্ৰতিশ্ৰুতি আছে, সীমাহীন কৌতূহল, অনন্ত অনাদি—আৰু অনৱদ্য নতুনত্ব আছে—চিৰন্তন আছে।

নৈৰ পাৰৰ বালি চাপৰিত কেঁচা দুৱৰি, বনৰ ওপৰত, কঁহুৱা বন আৰু পাতল হেৰেঙা জোপোহা ঝাউগছৰ মাজে মাজে প্ৰণৱ আৰু প্ৰতিমা খোজ কাঢ়ি আগ বাঢ়িছিল। প্ৰণৱ আৰু প্ৰতিমা অলপ অলপ দূৰ যোৱাৰ পিছত গদাধৰ নৈৰ পাৰত বহি দিছিল—নৈৰ বুকুলৈ চাই – বোৱতী নিৰ্মল পানী লৈ চাই, নৈৰ ওপৰৰ নীলা আকাশখনলৈ চাই।

পশ্চিম আকাশত বেলি লহিয়াইছিল ; বেলি পৰি আহিছিল। আকাশৰ পশ্চিম কোণত গধূলি ৰাঙলী বেলিৰ কিৰণ গদাধৰৰ নৈৰ পানীত বিয়পি পৰিছিল আৰু বেলি মাৰ যোৱাৰ আগমুহূৰ্তত নাওৰীয়াই নাও লৈ উজাই, ভটিয়াই ঘৰমুৱা হৈছিল। নাও উজাই-ভটিয়াই আঁতৰাই গৈছিল, কৰ্মী, পৰিশ্ৰমী স্বাধীন নাওৰীয়াই ভটিয়াই যোৱা নাওত বহি বজাইছিল দোতোৰা আৰু গাইছিল :—

চাৰিয়া বৈঠা মাৰিয়া যাওৰে।
বেলা ডুবলে হ'ব অন্ধকাৰ ॥
চাৰিয়া বৈঠা মাৰিয়া যাওৰে।
... ... ...

এয়া নাওৰীয়াৰ গীত—প্ৰতিজন মানুহৰ জীৱনৰ গীত, প্ৰজা খেতিয়ক ৰায়তৰ জীৱনৰ ভাগৰ পাহৰি সন্মুখৰ ফালে, আগলি বিণিকি বিণিকি আনন্দৰ, পোহৰ দেখা পোৱাৰ আৰু জীয়াই থকাৰ গান।

লাহে লাহে বেলি অস্ত গৈছিল। গদাধৰৰ পানী ৰাতিও বৈ গৈছিল। ৰাতিৰ এন্ধাৰ চাৰিওফালৰ পৰা নামি আহিছিল। আকাশত তৰাৰ তিৰবিৰণি আৰু পঞ্চমীৰ ক্ষয়িষ্ণু জোনৰ শান্ত পোহৰৰ মাজেৰে ৰাজকুমাৰ প্ৰণৱ আৰু ৰাজকুমাৰী প্ৰতিমা ৰাজপ্ৰাসাদলৈ উভতিছিল। জেতিয়া

গোবিন্দপুৰৰ শিৱমন্দিৰত ডবা, কাঁহ ঘন্টা আৰু শংখ বাজিছিল। পূজাৰীয়ে শিৱমন্দিৰত সন্ধিয়াৰ পূজা-অৰ্চনা আৰম্ভ কৰিছিল। নাম, কীৰ্ত্তন হৈছিল ৰজাৰ মঙ্গলৰ বাবে ভগৱান শিৱক পূজা দিছিল। মন্দিৰৰ হোৱা নাম, কীৰ্ত্তন পূজা অৰ্চনা মঙ্গলবাদ্য শব্দই গোবিন্দপুৰৰ সন্ধিয়া মুখৰিত আৰু পবিত্ৰ কৰি তুলিছিল। পৱিত্ৰস্থান পীঠস্থান কৰি তুলিছিল। ধৰ্মস্থান আৰু আশ্ৰমত পৰিণত হৈ পৰিছিল—তীৰ্থস্থানত পৰিণত হৈছিল।

*　*　*

ইখন গাওঁৰ পিছত সিখন গাওঁ—পিছলৈ পৰগণা, জোত, জোতদাৰীলৈ বিয়পি পৰিছিল। সকলো প্ৰজা, ৰায়ত কোৰফা প্ৰজা, খেতিয়ক বন্ধুৱা সকলোৱে কথাটো জনাজানি হ'ল অৱগত হ'ল। ইজনে সিজনক ক'লে, এজনে আনজনক লগ পালে কথাটো আৰু বহলাই বিশ্লেষণ কৰি বুজাই ক'লে আৰু শুনিলে। গাঁৱে গাঁৱে মানুহৰ জুম য'ত ব'হিল তাতেই কথাটো আলোচনা কৰিলে, আলোচনা হ'ল। এজনে ক'লে দুজনে ক'লে অন্য কিছুমানে হয়ভৰ দিলে আৰু জুমটোৰ বাকী মানুহবোৰ মনোযোগ আৰু কৌতুহল হৈ শুনিলে। পথাৰত হালকোৰ মাৰি জাঁহত গছৰ তলত বহি মলা ধ'পাতৰ হোকা খাই নাক আৰু মুখেৰে ধোৱাবোৰ উলিয়াই দি খেতিয়ক মানুহবোৰেও কথাটো আলোচনা কৰিলে: গোবিন্দপুৰ জমিদাৰৰ সকলো প্ৰজাই এক অজনা আনন্দত আনন্দিত হ'ল, সকলোৱে ভাল পালে আৰু বহুতেই গৌৰৱ কৰিয়ে ক'লে:

ৰজা বাহাদুৰৰ অভিনয় মই চাইছো, পাৰ্ট কৰা মই দেখছোঁ আৰু ৰাজকুমাৰীৰ গান মই শুনিছো। সঁচা কথা ৰজাবাহাদুৰ ৰাজকুমাৰ প্ৰণৱৰ অভিনয় কি জীৱন্ত, বাস্তৱ—এবাৰ চোৱাৰ পিছত জীৱনত পাহৰিব নোৱাৰি, জীৱন ধৈন্য হয়। আৰু ৰাজকুমাৰী প্ৰতিমাৰ কণ্ঠৰ ভাটিয়ালী, মালচী, কুষাণ গীতবোৰ, গানবোৰ কি মধুৰ! ৰাজকুমাৰীৰ গানত যাদু আছে কণ্ঠত যাদু আছে।

এজনে কথাবোৰ ক'লে আৰু আনবোৰে কোৱাজনৰ মুখৰ ফালে চাই শুনি গ'ল নিৰৱে আন্তৰিকতাৰে—অপলক নয়নে।

আৰু তিৰোতা, গাভৰু ছোৱালীবোৰেও ৰাজকুমাৰীৰ গীত, ভাটিয়ালী, মালচী, কুষাণ গান শুনি আত্মহাৰা হ'ল, বিভোৰ হ'ল। কিছুমানৰ মুখে মুখে

ৰাজকুমাৰী প্ৰতিমাই গোৱা গীত নিজৰ জীৱন যৌৱনৰ প্ৰেৰণা হ'ল, সুখ, হাঁহি আনন্দৰ উৎস হ'ল। সকলোৱে সুখী হ'ল, দ্বিধাহীন, স্বৰ্তহীনভাৱে ৰাজকুমাৰীৰ গান শুনি ভাল পোৱা হ'ল আৰু ৰাজকুমাৰী সকলোৰে প্ৰিয়, অদ্বিতীয়া হৈ পৰিল বিখ্যাত গায়িকা হৈ পৰিল।

* * *

সময় পাৰ হৈছিল
দিনবোৰ পাৰ হৈছিল
বছৰ বাগৰিছিল
বাৰিষা পাৰ হৈছিল ;
খৰালি, জাৰ, জহ, হেমন্ত পাৰ হৈছিল ;
বসন্ত পাৰ হৈছিল।

শৰতৰ শেষ। বতৰ সুন্দৰ আৰু ভাল লগা আছিল। শৰতৰ নীলা আকাশত কিছু শুকুলা, পাতল আৰু বগা মেঘৰ চপৰা ওপঙি ফুৰিছিল—আকাশখন শুৱ ন, বিনন্দীয়া আৰু ভাল লগা কৰি তুলিছিল,—ভাল লগা হৈছিল। পশ্চিম ফালৰ পৰা বৈ অহা সমীৰণ জাকে সেউজীয়া ধাননি পথাৰৰ ওপৰেদি বৈ আহিছিল। ধানৰ কেঁচা সেউজীয়া পাতবোৰ ডুক ডুককৈ কঁপিছিল, জৰ জৰ শব্দ কৰি আৰু ইফালে সিফালে বাগৰি গৈছিল, হালি গৈছিল বতাহৰ সোঁতত। নৈ বিলৰ পানী তললৈ নামি গৈছিল, নিৰ্মল আৰু ফটফটীয়া পানীৰ সোঁত মন্থৰ গতিৰে বৈছিল আৰু গছৰ পাতবোৰৰ দুই-এটা কৈ হালধীয়া হৈছিল। কোনোবা কোনোবা গছৰ তলত কিছু হালধীয়া পাত সৰি পৰিছিল।

মানুহবোৰৰ খেতিৰ কাম শেষ হৈছিল প্ৰায়। কায়িক পৰিশ্ৰমৰ কাম মানুহবোৰৰ গাঁওৰ মাজত থকা ডাঙৰ কদম গছ জোপাৰ তলত ঘূৰণীয়া হৈ বহিছিল। মলা ধপাতৰ হোকা লগাই সকলোৱে বৰ তৃপ্তি আৰু জুতিৰে টানিছিল ; নাক আৰু মুখেৰে ধোঁৱাবোৰ উলিয়াই দিছিল—হোকাটো এজনৰ পিছত আনজনে টানিছিল আঁহতগুৰি গাঁওৰ মুখীয়াল ফটুলাই সকলোকে শুনাই হাতত থকা ডাঙৰ আৰু বুই থকা চালনিখন একাষৰীয়াকৈ থৈ সকলোৰে ফালে চাই ক'লে :

"হেৰ তইঁত শুনিছনে—অহা কালি গোবিন্দপুৰত দুৰ্গাপূজা, তিনিদিনলৈ চলিব। ৰতনপুৰৰ জমিদাৰে পাতিছে। ডাঙৰ পূজা—আনন্দ উল্লাস পূজা-অৰ্চনা হ'ব। মানুহবোৰ নতুন কাপোৰ পিন্ধি দলে দলে দিনত পূজা চাবলৈ

ষাব। খেল, যাদু, বান্দৰ খেল, ভালুক নাচ চাব। আনন্দ উৎসৱ, বং বইচৰ সীমা নাই, ইয়ত্তা নাই। মানুহবোৰৰ কিছুমানে যাব পূজাৰ বং বইচ, তামছা চাবলৈ—ভোজবাজীৰ খেল চাবলৈ, বং-বেৰঙৰ নতুন কাপোৰ পিন্ধি পূজা চাবলৈ অহা দূৰ-বহুদূৰৰ পৰা চিনাকি-অচিনাকি, পৰিচিত-অপৰিচিত মানুহ; পাহাৰ-পৰ্ব্বত, ভৈয়ামৰ সমতলৰ পৰা অহা বিভিন্ন জন-গোষ্ঠী, গোত্রৰ, জাতৰ লোকক চাবলৈ আৰু মেলাৰ এই নতুনত্ব আৰু ৰঙীণ মনমোহা উপভোগৰ দিনকেইটা মনত ৰখাকৈ পাৰ কৰিবলৈ। আৰু কিছুমান মানুহ, পূজা চাবলৈ, পূজালৈ আহিব শক্তি আৰু ন্যায়ৰ দেৱী দুৰ্গাক দৰ্শন কৰিবলৈ দেৱীৰ পৰা আশীষ আৰু দয়া, কৰুণা বিচাৰিবলৈ। মেলা আহে আৰু মেলাৰ দিনবোৰ পাৰ হৈ যায়, দুৰ্গাপূজা শেষ হয়। কিন্তু এইবাৰৰ মেলা বেলেগ হ'ব, ডাঙৰ মেলা হ'ব, পূজা বেলেগ হ'ব।"

সকলোৰে চকু দুটা কিছু ডাঙৰ কৰি ফটুলাৰ মুখৰ ফালে চালে, সকলোৰে চকু-মুখত অন্তহীন বিস্ময় আৰু কৌতূহল।

ফটুলাই হোকাটো পুনৰ খুব জোৰেৰে টানি নাকে-মুখেৰে ধোঁৱাবোৰ উলিয়াই দি কৈ গ'ল:

"এইবাৰ মেলাত যাত্রা হব, থিয়েটাৰ হ'ব আৰু এই যাত্রা আৰু থিয়েটাৰত যুবৰাজ ৰজা বাহাদুৰ প্ৰণৱ অভিনয় কৰিব আৰু ৰাজকুমাৰী প্ৰতিমা গান গাব।" ফটুলাৰ কথাখিনি কওঁতে ফটুলাই নিজেও কিছু আনন্দিত হৈছিল আৰু কথাবোৰ আনন্দ মিহলি হৈ ওলাইছিল। ফটুলাই আনন্দ অনুভৱ কৰিছিল—গৌৰৱ অনুভৱ কৰিছিল। ফটুলাৰ মুখলৈ চাই কথাবোৰ শুনি থকা প্ৰতিজন মানুহৰ মুখত এটা ক্ষীণ মিচিকি হাঁহি বাগৰি গ'ল—সকলোৰে এক অজানা আনন্দত আপ্লুত হ'ল গৌৰৱান্বিত হ'ল।

*   *   *

বতৰ ফৰকাল আছিল।

ব'দজাক কুমলিছিল।

বাট পথবোৰ শুকান, ভাল লগা। শৰতকালৰ বতৰ। গোবিন্দপুৰৰ দুৰ্গাপূজা চাবলৈ অহা মানুহবোৰৰ সোঁত দিনে বাতিয়ে বৈছিল। মানুহবোৰ পূজা চাবলৈ আহিছিল। বহুতে আহিছিল দুৰ্গাদেৱীৰ ওচৰত আঁঠুলৈ সেৱা কৰি দেৱীৰ পৰা কৰুণা বিচাৰিছিল। মঙ্গল কামনা কৰিছিল নিজৰ জীৱনত কৰা

পাপ-তাপৰ পৰা পৰিত্ৰাণ বিচাৰিছিল, মুক্তি বিচাৰিছিল, আৰু গৌৰীদেৱীৰ পৰা পৰম আশীৰ্বাদ লৈ জীয়াই থাকিবলৈ, আশীৰ্বাদ বিচাৰি পূজা দিবলৈ আহিছিল। আহিছিল ধাৰ্মিক, ভক্ত আৰু ধৰ্মপ্ৰাণ মানুহবোৰ—যাৰ অন্তৰত পৰম দুৰ্গাদেৱীৰ প্ৰেম আৰু ভালপোৱা, ভক্তি আৰু বিশ্বাস আছে—যাৰ কাৰণে দুৰ্গাদেৱীক পূজা দিবলৈ,. দৰ্শন কৰিবলৈ উত্তৰাবৰ তাৰ বাবে দূৰৰ বাট পথ বাধা হ'ব নোৱাৰে, বিঘিনি হ'ব নোৱাৰে। একশ মাইল বাট এদিনত খোজ কাঢ়ি, অতিক্ৰম কৰি আহোতে দেৱী ভক্তৰ, মা দুৰ্গাৰ চৰণত সেৱা জনাবলৈ একো অসম্ভৱ নহয়, অসম্ভৱ হ'ব নোৱাৰে। সেয়ে মানুহবোৰ খোজ কাঢ়ি, গৰুৰ গাড়ী, ম'হৰ গাড়ী, নাও, ঘোঁৰাৰ পিঠিত উঠি গোবিন্দপুৰৰ দুৰ্গাপূজা চাবলৈ আহিছিল। অহাৰ কাৰণ আছিল—ডাঙৰ আৰু বছৰৰ দুৰ্গাপূজা হৈছিল জমিদাৰবাৰীত ৰজা বাহাদুৰৰ ঘৰত আৰু তাতোকৈ ডাঙৰ কথা হ'ল এইবাৰ ৰজাবাহাদুৰ প্ৰণৱ 'ৰজা হৰিশ্চন্দ্ৰ' নাটকত নিজে অভিনয় কৰিব আৰু গীত পৰিবেশন কৰিব ৰাজকুমাৰী প্ৰতিমাই। মানুহবোৰৰ মাজত, পূজা চাবলৈ অহা সকলো মানুহৰ মুখত কেৱল এটাই কথা প্ৰণৱ আৰু প্ৰতিমা—ৰজাবাহাদুৰ প্ৰণৱ আৰু ৰাজকুমাৰী প্ৰতিমা। ৰাজকুমাৰ আৰু ৰাজকুমাৰীৰ কথা, ৰজাৰ ল'ৰা আৰু ৰাজকন্যাৰ কথা।

ৰাজকুমাৰ আৰু ৰাজকুমাৰীৰ গুণগানৰ কথা, ৰূপ-লাৱণ্যৰ কথা—সৌন্দৰ্য্যৰ কথা—নাটক, অভিনয় আৰু গীতৰ কথা।

শৰতৰ ৰাতি। আকাশত দুই এচপৰা উৰণীয়া ক'লা-বগা ডাৱৰে ওপঙি ফুৰি আকাশখন ভাল লগা আৰু বিচিত্ৰ কৰি তুলিছিল। অলেখ তৰাৰ জিলমিলনি আৰু তিৰবিৰ পোহৰৰ লগত শুক্লপক্ষৰ জোনাকৰ স্নিগ্ধ ৰূপালী পোহৰখিনি কুঁৱলী মিহলি হৈ চৌদিশে বিয়পি পৰিছিল, পাতল বতাহজাক বলিছিল।

ৰাতি হৈছিল :

ৰাতি আৰু কিছু গভীৰ হৈ আহিছিল। দ্বৈজৰ চাৰিওকালে ৰজাৰ জগত, বাহিৰত মানুহ, ঠাহ খাই পৰিছিল। 'ৰজা হৰিশ্চন্দ্ৰ' নাটকৰ অভিনয়। কোনো এজন মানুহৰ মুখত মাত-বোল নাই, সাৰ-সুৰ নাই—টু শব্দ এটাও নাই। নিৰৱ নিস্তব্ধ। বহু পৰা মানুহৰ লগে সকলো দৰ্শক, শ্ৰোতা ব' লাগি চাই আছে দ্বৈজৰ কালে—শুনি আছে যেন কোনোৱা এটা গছৰ পাত সৰি পৰাৰ, এটা

কাহ মৰাৰ শব্দই মানুহবোৰ, দৰ্শক আৰু শ্ৰোতাৰ নাটক আৰু অভিনয় চোৱাত বাধা দিব; প্ৰতিমাৰ গান শুনাত বাধা দিব।

ৰজা হৰিশ্চন্দ্ৰই সত্য আৰু ন্যায়ৰ বাবে নিজৰ ৰাজ্য দান কৰি এৰি থৈ নিজৰ পুত্ৰ আৰু ভাৰ্য্যা ৰাণীক লগত লৈ ৰাজপ্ৰাসাদৰ পৰা যেতিয়া ওলাই যায়, দৰ্শকৰ মাজত এটা কৰুণ বিননি আৰু কান্দোনৰ সুৰ আৰু আৰ্ত্তনাদ। সকলো দৰ্শকে কান্দি উঠিল—ইনাই বিনাই। সকলো দৰ্শকেই শোকত ব্যাকুল হৈছিল ম্ৰিয়মান হৈছিল আৰু ৰাজপ্ৰসাদৰ পৰা ওলাই যোৱা, ৰাজ্য আৰু ৰাজপ্ৰাসাদ অঙ্গীকাৰ কৰা মতে দান কৰি নিজে ভিক্ষা খুজি জীৱিকা নিৰ্বাহ কৰাৰ সঙ্কল্পই সকলোকে কন্দুৱাইছিল। আৰু কেইজনমান দৰ্শক শোক সহ্য কৰিব নোৱাৰি মূৰ্চা গৈছিল, অজ্ঞান হৈ পৰিছিল; তিনিজন মানুহ শোকত ভাৱাক্ৰান্ত হৈ হাৰ্টফেল কৰি মৰিছিল।

আৰু নাটক-যাত্ৰা যেতিয়া শেষ হয়, তেতিয়া পূৱ আকাশত ভোটাতৰা পূৱ আকাশ বঙা উজ্জ্বল পোহৰ কৰি উদয় হৈছিল। ব্ৰহ্মমুহূৰ্ত্ত হৈছিল। শীত আৰু কুঁৱলী মিহলি শৰতৰ এটা ৰাতি, মধুৰ প্ৰাণময়তাৰে ভৰা, প্ৰাণ প্ৰাচুৰ্য্যৰে ভৰা এটা ভাল লগা ৰাতিৰ শেষ হৈছিল। কাহিনী কাহিনী পুৱাৰ আগ জাননী দিছিল, এটা শুভ দিনৰ, শুভ লগ্নৰ আৰম্ভণি; সকলোৰে বাবে এটা ভাল লগা পুৱাৰ আৰম্ভণি। নাটকৰ যৱনিকা পৰিছিল। সকলো মানুহ উঠি নিজৰ নিজৰ ঘৰলৈ খোজ লৈছিল মৌন আৰু শোকাকুল হৈ, ব্যথিত আৰু ম্ৰিয়মান হৈ—কাৰো মুখত মাত বোল নোহোৱাকৈ। কিছুমান আৰু বহুতৰ মতে ৰজাবাহাদুৰৰ অভিনয় জীৱন্ত—এয়া যেন নাটকৰ কাহিনী নহয়, অভিনয় নহয়—এয়া এজন সত্যবান ৰজাৰ সত্য আৰু ন্যায়, ধৰ্ম্ম প্ৰতিষ্ঠা কৰাৰ শাশ্বত কাহিনী, এক সত্যযুগ আৰু ধৰ্মৰ কাহিনী।

ৰতনপুৰৰ জমিদাৰ ৰজাবাহাদুৰ আৰু ৰাজকুমাৰীৰ নাম প্ৰতিজন মানুহৰ মুখে মুখে সকলো সময়তে ৰাতিৰ পৰা ৰাতি পুৱালৈকে, পুৱাৰ পৰা ৰাতি লৈকে। আনকি আজি জন্ম হোৱা কেঁচুৱাৰ মুখত প্ৰণৱ আৰু প্ৰতিমা; প্ৰতিমা আৰু প্ৰণৱৰ নাম। যুৱৰাজ আৰু ৰাজকুমাৰী নহয়—এইলোক দুয়োজন আৰ্টিষ্ট, শিল্পী মহান শিল্পী—অদ্বিতীয় শিল্পী। যিয়ে ৰজাৰ পৰা খুজনীয়াৰ জীৱনক জানে, মানুহক জানে, মানুহৰ জীৱনৰ লগত পৰিচিত, মানুহৰ জীৱনৰ কৰ্ম্ম, কথা, ধৰ্ম্ম, জীয়াই থকা সত্য পথ চিনি পায়, চিনাবি পায়,

মানুহৰ মন জয় কৰিব পাৰে, হৃদয় জয় কৰিব পাৰে, মানুহৰ মনে বিচৰা আৰ্ট আৰু জীৱন নাটকৰ সঁচা অভিনয় আৰু অনবদ্য সৃষ্টি কৰিব পাৰে সিয়ে শিল্পী, মহান শিল্পী, আৰ্টিষ্ট।

* * *

## চৌধ

মানুহ বৰ বেছি নুহয়।

এজন,

দুজন, তিনিজন, চাৰিজন

নায়েব, মহৰী আমিন আৰু বৰকন্দাজ। শ্ৰীকান্তবাবু নায়েব।

মানুহজনৰ বয়স পঞ্চাছৰ দেওনা পাৰ হৈছে। পিন্ধনত এখন বগা ধুতী আৰু চিলাই লোৱা হাফচাৰ্ট, তাঁতশালত বোৱা কাপোৰৰ। বয়স পঞ্চাছৰ দেওনা পাৰ হলেও শ্ৰীকান্তবাবুৰ শ্ৰীচেহাৰা ভাল স্বাস্থ্যবান সকলোৱে চিনি পায়—মানে আৰু মান-সন্মান কৰে। সকলোৱে জানে আৰু চিনি পায় ৰত্নপুৰ জমিদাৰৰ হৰ্তাকৰ্তা সৌঁহাত, মাটিৰ হিচাপ, জমিদাৰৰ হিচাপ, খাজনাৰ হিচাপ, হাতীৰ হিচাপ, মাছৰ বিলৰ, জলাৰ হিচাপ, মীন মহলৰ হিচাপ, শালবাৰী, ফৰেষ্ট, নৈ-বিলৰ হিচাপ, খাচ মাটি, আবাদি, অনাবাদি, ৰায়তৰ দখলত থকা, ৰায়তক পট্টন দিয়া মাটিৰ হিচাপ, ম'হৰ বাথান, জমিদাৰ ঘৰৰ যাৱতীয় বাহিৰ ভিতৰৰ কাজকৰ্ম, ৰাজকাৰ্য্যৰ, আৰু জমিদাৰী চলোৱাৰ সকলো কাম নায়েব শ্ৰীকান্তবাবু আৰু আমিন জচেৰ আলিৰ অবিহনে নহয়। জমিদাৰে নকৰে, কৰিব নোৱাৰে আৰু কেতিয়াও কৰা নাই।

শ্ৰীকান্ত অধিকাৰীৰ সলনি শ্ৰীকান্তবাবু হৈছিল। সকলো প্ৰজাই দিয়া নাম, সকলোৱে চিনি পোৱা নাম—আৰু জনা নাম।

শ্ৰীকান্তবাবুৰ তিনিপুৰুষ ধৰি ৰত্নপুৰৰ জমিদাৰৰ ঘৰত, জমিদাৰৰ কাম কৰি আহিছে। শ্ৰীকান্তবাবুৰ ককাদেউতা শ্ৰীনিৰঞ্জন অধিকাৰী গোটেই জীৱন ৰত্নপুৰৰ জমিদাৰৰ নায়েবৰ কাম কৰি গৈছে বিশ্বাস আৰু সততাৰে। জমিদাৰে বিচৰা ধৰণে—ভালপোৱা ধৰণে। বিশ্বাসী, পৰিশ্ৰমী আৰু কৰ্মী বুলি নিৰঞ্জন

অধিকাৰীৰ জমিদাৰ পৰিয়ালত সুনাম আছে—সকলোৰে জনা আছে। নিৰঞ্জন অধিকাৰীৰ মৃত্যুৰ পিছত তেওঁয়াৰ জমিদাৰ ভোলা নাৰায়ণ চৌধুৰী নিৰঞ্জনৰ ল'ৰা ধনঞ্জয়ক নায়েবৰ কামত নিয়োগ কৰিছিল। আৰু ধনঞ্জয় গোটেই জীৱন জমিদাৰৰ নায়েব কাম কৰাৰ পিছত জমিদাৰৰ ঘৰত মৃত্যু হৈছিল আৰু মৃত্যুৰ পিছত ধনঞ্জয়ৰ ল'ৰা শ্ৰীকান্ত নায়েব হয়। বৰ্ত্তমানৰ জমিদাৰ প্ৰতাপনাৰায়ণ চৌধুৰীতকৈ বয়সত ডাঙৰ। ৰজা প্ৰতাপনাৰায়ণক সকতে কোলাত, বেকোচাত, পিঠিত লৈ শ্ৰীকান্ত বাবুৱে ডাঙৰ কৰিছে। সেইয়ে শ্ৰীকান্তবাবু জমিদাৰ ঘৰৰ এজন, পৰিয়ালৰ এজন সকলো কথাত শ্ৰীকান্তবাবু। পুৱাৰ পৰা গধূলি, আৰু গধূলিৰ পৰা পুৱালৈকে শ্ৰীকান্তবাবু জমিদাৰঘৰৰ ভিতৰ-বাহিৰত অহা-যোৱা কৰে। জমিদাৰ আৰু ৰাণীমা, ৰাজমাতা, ৰাজকুমাৰী, ৰাজকুমাৰ সকলোৰে খা খবৰ কৰে। কোন মাহত কোন তিথিৰ কি সময়ত কি পূজা কৰিব লাগিব, ব্ৰাহ্মণক সোধ-পোচ কৰি খবৰ আনি দিব লাগিব, ব্ৰাহ্মণক কি কি বস্তু আৰু কেই পদ বস্তু দান্ দক্ষিণা দিব লাগিব, কোন ঠাইৰ পৰা পূজাৰ লাগতীয়াল বজাৰ কৰিব লাগিব, পঠা, ছাগলী, পাৰ চৰাই, ভোগ চাউল, চন্দন আদি কোন ঠাইৰ পৰা, বজাৰৰ পৰা আনিব লাগিব ইত্যাদি সকলো কামৰ দিহা পৰামৰ্শ আৰু হাতে-কামে কৰি দি শ্ৰীকান্তবাবু জমিদাৰ-ঘৰত নিজৰ স্থান আৰু মান মৰ্য্যাদা বজাই ৰাখিছে, উচ্চ কৰি ৰাখিছে। জমিদাৰঘৰৰ সকলোৱে শ্ৰীকান্তবাবুক জানে, মানে আৰু শ্ৰীকান্তবাবুৰ কোনো কথাত, কোনো কামত কোনেও বাধা দিয়া নাই, নিদিয়ে আৰু দিয়া নাছিল।

জমিদাৰ সকলৰ জমিদাৰী চলোৱাত এই নায়েব মহৰী, আমিন বৰকন্দাজ জমিদাৰীৰ এটা অংশ, অঙ্গ আৰু ওতপ্ৰোত ভাৱে জৰিত।

প্ৰতি বছৰে দুৰ্গাপূজা কালিপূজাৰ পিছে পিছে গাৱেঁ গাৱেঁ বৰকন্দাজ গৈ ঘৰে ঘৰে খবৰ দি আহে। দিন-বাৰ, তাৰিখ আৰু গাৱঁৰ নাম কেম্প কৰি থকা গৃহস্থৰ নাম, কেই দিন থাকিব, মহৰী নায়েব আৰু আমিন কোন দিনৰ পৰা কেম্পত আহিব সকলো খবৰ দিয়ে। গাৱেঁ গাৱেঁ গৈ খবৰ দিয়াৰ ওপৰিও সপ্তাহত বহা হাট-বজাৰত ঢোল বজাই জমিদাৰৰ মহৰী, নায়েব, আমিন কেম্প কৰি খাজনা উঠুৱাৰ ঠিকনা আৰু জাননী দিয়ে, সকলোকে জনাই দিয়ে। মুচিয়াৰক চাৰি অনা পইচা দি বজাৰ আৰু হাটৰ গলিয়ে গলিয়ে ঢোল কোবায় আৰু পিছে পিছে শ্ৰীমুক্ত বৰকন্দাজ চিঞৰি চিঞৰি সকলোৰে শুনাকৈ কৈ যায়

"নাচনীপাৰা গাওঁৰ ভক্তি মণ্ডলৰ ঘৰত ৰতনপুৰ জমিদাৰৰ নায়েব, মহৰী আৰু আমিনবাবু কেম্প কৰি আছে—সকলো প্ৰজাক মাটিৰ খাজনা আদায় দিবলৈ জনোৱা হ'ল আৰু অনুৰোধ কৰা হ'ল"।

জমিদাৰৰ ফালৰ পৰা দিয়া ৰঙা টুপি, পুলিচ খাকী কাপোৰৰ হাফ পেন্ট, হাফচার্ট, পিতলৰ ওপৰত ৰতনপুৰ জমিদাৰৰ মোহৰ থকা এটা বেল্ট আৰু হাতত এডাল বেতৰ লাঠি লৈ শ্ৰীমুক্তা বৰকন্দাজ ঢোল কোবাই বোৱা লক্ষন মুচিয়াৰৰ পিচে পিচে সকলোৰে দেখা পোৱা কৈ মুৰটো কিছু ওপৰলৈ তুলি নাক আৰু মুখেৰে বিড়িৰ ধোঁৱাবোৰ উলিয়াই দি পুনৰ কৈ গ'ল।

"ৰাতি দোতোকৰা ডাং ( বজোৱা ) হব, গান গোৱা হব—কিচ্চা কোৱা হব—সকলো প্ৰজাক গান শুনিবলৈ নিমন্ত্ৰণ কৰা হল...আজি নায়েব বাবুৰ ওপৰি ৰজা বাহাদুৰ কেম্পত থাকিব. সকলো প্ৰজাক বাতাসা বিলাব।"

বাহবাৰীৰ হাটৃত অহা সকলো মানুহ, প্ৰজা, ৰায়ত, বেপাৰী, বনুৱা, খেতিয়ক সকলোৰে মুক্তা বৰকন্দাজৰ জাননী আৰু নোটিচ শুনিলে। ইজনে সিজনৰ কথাবোৰ, দোতোৰাৰ ডাং, ভাটিয়ালী গানৰ বিষয়ে, মুক্তা বৰকন্দাজৰ বিষয়ে জমিদাৰৰ বিষয়ে নায়েব শ্ৰীকান্তবাবু, মহৰীৰ বিষয়ে নানান ৰসপূৰ্ণ গল্প আৰু আলোচনা কৰি ঘৰলৈ খোজ দিলে। আৰু বজাৰৰ পৰা যেতিয়া মানুহবোৰ ঘৰলৈ ওভতিছিল তেতিয়া বেলি পৰি আহিছিল, পশ্চিম আকাশৰ দিগন্তত বেলি ৰঙা হৈ গাওঁৰ বাহবাৰী, তামোলবাৰীৰ তললৈ নামি গৈ অস্ত যাওঁ যাওঁ হৈছিল। হাটৰ মানুহবোৰ আন্ধাৰ হোৱাৰ আগতে ঘৰ পাবলৈ, গাওঁ পাবলৈ ক্ষিপ্ৰ বেগেৰে খোজ লৈছিল এজনৰ পিছত আনজন মানুহ।

* * * *

এদিনৰ কথা নহয়।

এটা বছৰৰ কথা নহয়।

বহুত বছৰৰ কথা। বহু যুগৰ কথা। দেশত কাৰ লগত যুদ্ধ হ'ল, কোনে দেশ জয় কৰিলে, কোনে হাৰিলে আৰু জমিদাৰী কোন ৰজা বাদছাহৰ তলতীয়া হ'ল এইবোৰৰ খবৰ প্ৰজা ৰায়তৰ নাই আৰু নেৰাখেও, ৰাখিবৰ কাৰো প্ৰয়োজন নাই। মহৰী কৰিম উল্লাহ নায়েব শ্ৰীকান্তবাবু, আমিন তাছৰ আলি আৰু বৰকন্দাজ শ্ৰীমুক্তা প্ৰতি বছৰে আহে, কেম্প কৰে, খাজনা লয় —হাল, বকেয়া আৰু নতুনকৈ পট্টন পোৱা আৰু দিয়া খাচ মাটিৰ বাবে নজৰ

চেলামী প্রজাসকলে দিয়ে, বায়ত সকলে দিয়ে। খাজনা দিয়াৰ পিছত মহৰীয়ে ৰচিদ দিয়ে, আমিনে ৰচিদৰ বহি চাই, তৌজী, চিঠা আৰু ৰেজিষ্টাৰত প্ৰজা-সকলৰ নামৰবিপৰীতে টোকা লিখে,তৌজী আৰু চিঠাবহী সংশোধন কৰে। মনত পৰা দিনৰ পৰাই মানুহবোৰে দেখিছে, লগ পাইছে নায়েব শ্ৰীকান্ত বাবুক, মহৰী কৰিম উল্লাহ্ আৰু বৰকন্দাজ শ্ৰীমুক্তাক।

পৃথিবীত মানুহ জীয়াই থাকে গুনবান হৈ পৰিশ্ৰম কৰি, বুদ্ধিমান হৈ। সকলোৰে প্ৰিয় পাত্ৰ হৈ, সকলোৰে মৰমৰ আৰু চেনেহৰ হৈ। সকলোৰে চিনাকি, পৰিচিত আৰু সকলোৰে নিজৰ গুণ-গৰিমাৰ দ্বাৰা, বুদ্ধিৰ দ্বাৰা মুগ্ধ কৰি, সকলোকে আপোন কৰি নিজৰ কৰি।

জমিদাৰৰ নায়েব, মহৰী, আমিন, বৰকন্দাজ বিশেষ কেইটামান গুণৰ অধিকাৰী হব লাগিব। নায়েব হৰলৈ হলে জমিদাৰৰ সকলো জমিদাৰী মাটি জোত, মহল আদিৰ সম্যক জ্ঞান আৰু অভিজ্ঞ হব লাগিব। সকলো গাওঁৰ মূখীয়াল মানুহৰ লগত পৰিচিত হব লাগিব, পৰিশ্ৰমী স্বাস্থ্যবান আৰু দেখনিয়াৰ হব লাগিব।

দ্বিতীয়তে বৰকন্দাজ জন কেইবাটাও গুণৰ অধিকাৰী হব লাগিব। বাৰিষা, খৰালি আৰু যিকোনো সময়তে যিকোনো গাওঁত গৈ নায়েব আৰু মহৰীয়ে বিচৰা মতে ঘৰৰ পৰা প্ৰজাজনক আনি জমিদাৰৰ ওচৰত হাজিৰ কৰিব লাগিব। ইয়াৰ ওপৰিও ভাল ভাটিয়ালী, মালচী, কৃষাণ গান ৰচনা কৰি সুৰ দি গাব পৰা হব লাগিব। দোতোৰা, ঢোল, চাৰিন্দা আৰু শাঁহী বজাব পৰা হব লাগিব। মানুহজন ৰসিক আৰু ৰঙীয়াল হব লাগিব। যি গাওঁত খাজনা তুলিবৰ বাবে কেম্প কৰা হয়, কেম্পত গোটেই ৰাতি দোতাৰা আৰু চাৰিন্দা বজাই গাওঁৰ ভাটিয়ালী গীত গাই শুনোৱাৰ ওপৰিও 'বেউলা লক্ষীন্দৰ' 'ধৰ্ম ৰজা' 'ৰজা হৰিশ্চন্দ্ৰ' 'পৰশুৰামৰ' কাহিনী কৈ শুনাব লাগিব, আলেক লায়লাৰ কাহিনী শুনাব লাগিব আৰু কাহিনীৰ মাজে মাজে ঘটনাৰ লগত মিলাই ভাটিয়ালী আৰু অন্য গীত পৰিবেশন কৰিব লাগিব, শুনাব লাগিব শৰতৰ ৰাতি, শীতকালৰ ৰাতি, জোনাক নিশাৰ স্নিগ্ধ পোহৰৰ ৰাতি মুকলি চোতালত বহি লৈ। ৰাতিৰ নিৰবতাৰ মাজত কুঁৱলী-মিহলী শীতৰ ৰাতি মানুহবোৰ মুক্তা বৰকন্দাজৰ ভাটিয়ালী গীত আৰু কিচ্‌চা শুনে—সকলোৰে আন্তৰিকতাৰে মৌন হৈ আত্ম-বিভোৰ হৈ। গীত আৰু কিচ্‌চা শুনোৱা বাৰে, ভাল দোতোৰা চাৰিন্দা বজোৱা

বাবে মুক্তা ববকন্দাজ সকলোবে পৰিচিত, প্ৰিয় আৰু সকলোৱে ভাল পায়। খাজনা দিয়াৰ খবৰ দিবলৈ যাওঁতেও মুক্তা ববকন্দাজ লগত দোতোৰা লৈ যায় আৰু দুই এঘৰ মানুহৰ ঘৰৰ আগ চোতালৰ আম জোপাৰ তলত বহি ভাটিয়ালী গায়, মানুহৰ জুমটো ক্ৰমান্বয়ে ডাঙৰ হয়। মানুহবোৰ মুক্তা ববকন্দাজৰ গান শুনি আনন্দিত হয়। সুখী হয় আৰু ভাল পায়। জহা চাউল তিনি সেৰ, কুকুৰা চৰাই দুটা, আলু, ফুলকবি, দৈ এটেকেলী দিয়ে মুক্তাক, নিদিব কিয় বজাৰ ঘৰৰ মানুহ বজাৰ ববকন্দাজক বস্তু দি, কুকুৰা চৰাই চাউল পাত দি মানুহবোৰে ভাল পায় নিজৰ পৰিয়ালৰ মানুহক দিয়াৰ দৰে একেলগে একে গাওঁত একে চুবাত থকা মানুহৰ দৰে। মৰমৰ ওচৰত, ভাল পোৱা আৰু প্ৰেমৰ ওচৰত জাত-পাত নাই। গোষ্ঠী-গোত্ৰ নাই, ভাষা-ধৰ্মৰ ভিন্নতা নাই। ভালপোৱা আৰু মৰম মানুহৰ জীৱনৰ সীমাহীন অফুৰন্ত চিৰন্তন সম্পত্তি জীয়াই থকাৰ উৎস আনন্দ। মানুহবোৰৰ মৰম চেনেহৰ বন্ধনত বন্দী হৈ, আপ্লুত হৈ আনন্দিত হৈ জীয়াই আছে নায়েব শ্ৰীকান্তবাবু, কৰিম উল্লাহ মহৰী মুক্তা ববকন্দাজ আৰু আমিন তছেৰ আলি। ৰতনপুৰ জমিদাৰৰ কৰ্মচাৰী।

সময়ৰ কথা সকলোৰে মনত পৰে আৰু মনত থাকে। সময়ে বুৰঞ্জী লিখে, জন-জীৱনৰ কথা, দেশৰ কথা, মানুহৰ কথা, সমাজৰ কথা, জীৱন-ধাৰাৰ কথা সময়ৰ পাতত লিখা থাকে, লিপিবদ্ধ হৈ থাকে। আৰু এই সময়ৰ ওচৰত মানুহৰ জয় হয় পৰাজয় বৰণ কৰে।

অন্য মানুহে নেজানিলেও শ্ৰীকান্তবাবুৱে জানে। শ্ৰীকান্তবাবু তেওঁৰ ককা-দেউতা আৰু পিতাৰ মুখৰ পৰা শুনিছে আৰু শুনিছে প্ৰতিজন প্ৰজা ৰায়তৰ পৰা, প্ৰতি গাওঁৰ প্ৰতিঘৰ মানুহৰ মুখৰ পৰা। ৰতনপুৰ জমিদাৰৰ অধীনত থকা মাটিৰ বেচি ভাগেই দ, পতিত, অনাবাদি খাচমাটি, জঙ্গল হাবি বননিৰে ভৰি আছিল। মানুহৰ বসতি তেনেই পাতল আৰু সেৰেঙা আছিল। কেৱল দহ পোন্ধৰ মাইল এনেকি বিশ ত্ৰিশ মাইল অন্তৰে অন্তৰে পাতল বসতিৰে সৰু দুই এখন গাওঁ আছিল। সেয়ে জমিদাৰৰ তলত থকা অনাবাদি খাচ আৰু হাবি বননিৰে ভৰা পতিত মাটিবোৰত মানুহ বহুৱাই ৰায়ত বহুৱাই পট্টা দিয়াৰ বাবে বিবেচনা কৰা হৈছিল আৰু এটা সময়ত সিদ্ধান্ত লোৱা হৈছিল। ইয়াৰ কাৰণ আছিল এই অনাবাদি পতিত মাটি সমূহ পট্টা দিয়াৰ ফলত দেশত কৃষিজাত বস্তু, ফচল আদি বেচি উৎপন্ন হব আৰু

বিশেষকৈ জমিদাৰে বায়ত আৰু প্ৰজাসকলৰ পৰা বছৰি কেইবা লাখ টকাৰ খাজনা, কৰ আদায় কৰিব পাৰিব। ৰাজভঁৰাল চহকী হব, জমিদাৰ চহকী হব। এই বিষয়ে ৰতনপুৰ জমিদাৰৰ লগত আলোচনা কৰিলে নায়েব নিৰঞ্জনবাবু, মহৰী কৰিম উল্লাহ আৰু লগতে লক্ষীপুৰ, মনিপাৰা, আমবাৰী, বগৰীবাৰী, পানবাৰী, চুনাৰী, মেচপাৰা আলমগঞ্জ, নাওখেল, চাপৰ আৰু ফুলবাৰীৰ জোতৰ জোতদাৰ সকলোকে মাতি জমিদাৰ প্ৰতাপ নাৰায়ণ চৌধুৰীয়ে আলোচনা কৰিলে আৰু আলোচনা কৰা মতে, সিদ্ধান্ত লোৱা মতে দ, প, তত আৰু অনাবাদী হৈ পৰি থকা মাটিত ৰায়ত আৰু প্ৰজা বহুৱা হব, মাটি পট্টন দিয়া হব। এই কামত জমিদাৰৰ লাভ, জোতদাৰ সকলৰ লাভ। মাটিৰ খাজনা বেচিকৈ উঠিব, দেশত খেতি, ধান, ফচল বেচিকৈ উৎপন্ন হব। উৎপাদন বেচি হব, খেতি-বাতি বেচি হব। মানুহবোৰৰ সংস্থান হব, সুখ হব।

ব্ৰহ্মপুত্ৰ নৈৰ দুই পাৰে অৱস্থিত আসামেৰ আলগা, বামুনেৰ আলগা, নাউৰেৰ আলগা, শিৰেৰ আলগা, পদ্মাৰ আলগা, তিৰিশ বিঘা, আশীবিঘা, মাঝেৰ আলগা, মহীৰৰ চৰ, আদি চৰ, চাপৰিৰ সমূহত জোতদাৰী প্ৰথা প্ৰচলিত আৰু জোতদ্দাৰীসমূহ মূলত সক ভাঙৰ চৰ চাপৰিবে গঠিত ব্ৰহ্মপুত্ৰ নৈৰ বোকা আৰু পলসুৱা মাটি যুগৰ পিছত যুগ ধৰি জমা হৈ, পৰি পৰি এই চৰ চাপৰিৰ সৃষ্টি।

১৮৭৯ খ্ৰীঃত মিঃ হাণ্টাৰ চাহাবৰ ৰিপোর্ট মতে ৰংপুৰৰ পৰা বিজনী ৰজাৰ সীমালৈকে ব্ৰহ্মপুত্ৰৰ দুই পাৰে অৱস্থিত চৰ-চাপৰি সমূহত তেতিয়া অটব্য হাবি আৰু বাঘৰ ঠাই—দুৰ্গম জঙ্গলেৰে ভৰা। গৰু, ম'হৰ বাথান চৰিছিল। কৰাইবাৰী, চাপৰ আৰু গৌৰীপুৰৰ জমিদাৰসকলে ৰংপুৰ, মৈমনসিং, পাবনা বগুৰা আদি জিলাৰ পৰা প্ৰভাৱশালী খেতিয়ক, কৃষকক এই চৰ-চাপৰিসমূহত জোত পট্টন দিয়ে আৰু তেতিয়াৰ পৰা জোতদ্দাৰী প্ৰথাৰ প্ৰবৰ্ত্তন হয় আৰু প্ৰচলিত হয়। এজন জমিদাৰৰ তলত এই জোতদ্দাৰসকল এক শ্ৰেণীৰ তলতীয়া জমিদাৰ—মধ্যস্বত্ব ভোগদখলকাৰী। জোতদ্দাৰ সকলে বহুৱা ৰায়ত আৰু প্ৰজাৰ পৰা আদায় কৰা মাটিৰ খাজনা মাটিৰ শ্ৰেণী আৰু ঠাই বিশেষে ভিন্ন হলেও খাজনাৰ এটকাৰ চাৰি অনা জমিদাৰক দিয়ে। জমিদাৰৰ দৰে জোতদ্দাৰ সকলেও গাৱেঁ গাৱেঁ গৈ কেম্প কৰি প্ৰজা সকলৰ পৰা মাটিৰ খাজনা আদায়

কৰে, মাটি পট্টন দিয়ে নতুন প্ৰজা বহুৱায়। জোতদাৰসকলে জমিদাৰসকলক সকলো সময়তে চোৰা চিতা কৰিব লাগে।

১৮৭৯ খ্ৰীষ্টাব্দৰ পিছৰ পৰাই জোতদাৰী প্ৰথা আৰম্ভ হয়। বিস্তৃত চৰ অঞ্চলত ব্যাপক খেতি কৰিবলৈ কৃষিজীৱী খেতিয়ক আৰু কৃষি বনুৱা ৰংপুৰ, মৈমনসিং, কোচবিহাৰ আৰু উত্তৰবঙ্গৰ পৰা এই জোতদাৰ সকলক লৈ আহে আৰু ব্ৰহ্মপুত্ৰৰ দুই পাৰে অৱস্থিত চৰ-চাপৰি, খাচ অনাবাদি জমিত খেতি কৰিবলৈ দিয়ে আৰু ভূমি পট্টন দিয়ে আৰু মাটিৰ খাজনা আদায় কৰে।

এই চৰ-চাপৰিসমূহ দুৰ্ঘোৰ বনবীয়া হিংস্ৰ জন্তু বাঘ, ভালুক, গাহৰি, পহু সিংহ আদি আৰু নৈ উপনৈবোৰত ঘৰিয়াল, শিহু আদিৰে ভৰি আছিল। কিছুমান চৰ-চাপৰিত এই নতুনকৈ অহা প্ৰজাসকলে এশ বাঘৰ লগত যুদ্ধ কৰি প্ৰাণ বিসৰ্জন দি বসতি কৰিব লগা হয় আৰু সেইয়ে সেই চৰ অঞ্চলৰ নাম শ্বেৰশচালাৰ চৰ। এই চৰসমূহ লৈ জোতদাৰ সকলৰ মাজত মাৰপিট খুন আৰু হত্যাকাণ্ডও হয়। নিজৰ স্বাৰ্থৰ খাতিৰত সময় আৰু সুবিধা লৈ কিছুমান চৰত জুই লগাই দি প্ৰজাৰ ঘৰ-বাৰী, খেতি-পথাৰ পুৰি দিয়ে আৰু সেই ঠাইত পুনৰ নতুন প্ৰজা বহুৱায়, মাটি পট্টন দিয়ে আৰু সেইদৰে চৰৰ নাম পায় 'পোৰাৰ চৰ'—আৰু এইয়াই পোৰাৰ চৰৰ ইতিহাস। তথাপি চৰসমূহ জীয়াই আছে, মানুহবোৰ জীয়াই আছে আৰু জীয়াই আছে শ শ বছৰৰ আগত অহা প্ৰজা সকলৰ বংশধৰ খেতিয়কসকল। কৃষি-বনুৱাসকল, হেজাৰ বাৰিষাৰ বানপানীত ডুবি, উটি বুৰি। কঠোৰ পৰিশ্ৰমী আৰু দক্ষ খেতিয়কসকল মৈমনসিং, ৰংপুৰ আৰু কোচবিহাৰৰ পৰা অহা আৰু এই খেতিয়ক সকলেই মৰাপাট খেতিৰ প্ৰচলন কৰে। দেশৰ কৃষি আৰু অৰ্থনীতি শক্তিশালী কৰে।

এই চৰ-চাপৰিসমূহত প্ৰজাক পট্টন দিছিল, প্ৰজা বহুৱাইছিল জোতদাৰ-সকলে, খাচ অনাবাদী মাটিত ৰায়ত আৰু প্ৰজা বহুৱাইছিল জমিদাৰ ৰজা-সকলে। মৈমনসিং, ৰংপুৰ পাবনা আৰু বঙ্গদেশৰপৰা অহা এই খেতিয়ক-সকলে নতুনকৈ মাটি পট্টন পোৱাৰ বাবে জমিদাৰৰ ওচৰত 'নজৰ চেলামী' আৰু চেলামী দিব লগা হৈছিল আৰু প্ৰত্যেকজন ৰায়ত, প্ৰজাই দিছিল। 'নজৰ চেলামী' চেলামী আৰু 'নজৰ' জমা দিয়াৰ পিছত নায়েবৰ হুকুমত মহৰীয়ে প্ৰজাৰ নাম, মাটিৰ কালি, গাওঁৰ নাম, পৰগনা, ডিহি, মৌজা, বাৰ্ষিক খাজনাৰ হাৰ

আদি তৌজী বহীত লিখি লয় আৰু লিখি থয়। আমিন ( মণ্ডল ) মাটি জৰিপ কৰি সীমা চমজাই দিয়ে আৰু চিঠা বহীত প্ৰজাৰ দখলত থকা মাটিৰ বিৱৰণ, শ্ৰেণী আদি লিখে। ইয়াৰ পিছৰ পৰাই ঠিক মতে খাজনা আদায় দি থাকিলে প্ৰজাই পট্টন পোৱা মাটি পুত্ৰ-পুত্ৰাদি ক্ৰমে ভোগ দখল কৰি খাই থাকে। অন্য মানুহৰ কোনো দখল ভোগৰ ক্ষমতা নেথাকে। এইদৰেই জমিদাৰ আৰু জোতদাৰসকলে প্ৰজা সকলক প্ৰজাস্বত্ব প্ৰদান কৰিছিল। এই প্ৰজা সকলৰ ভিতৰত আছিল বিভিন্ন গোষ্ঠী গোত্ৰ আৰু জাতৰ মানুহ। বিভিন্ন মাটি আৰু মাটিৰ শ্ৰেণীভেদে যুগৰ পিছত যুগ ধৰি মানুহৰ সোঁত বৈছিল। ৰতন-পুৰৰ জমিদাৰৰ জমিদাৰীৰ কালে আৰু মানুহবোৰ আহি জমিদাৰৰ প্ৰজা হৈছিল, ৰায়ত হৈছিল আৰু কোৰফা প্ৰজা হৈছিল। ওখ, বাম আৰু শালীতলী মাটিত খেতি কৰিবলৈ আহিছিল বড়ো কছাৰী, ৰাজবংশী সকল আৰু দ, চৰ-চাপৰি, বিল, বাৰিষা বুৰ গৈ থকা মাটিত মৰাপাট, আহুধান, বাওঁধানৰ খেতি কৰিবলৈ আহিছিল মৈমনসিং, বগুৰা, ৰংপুৰ, চিলেট, নোৱাখালি, পাবনা জিলাৰ পৰা কৰ্মী, কঠোৰ পৰিশ্ৰমী খেতিয়কসকল, ইয়াৰ সৰহ ভাগেই মুছলমান কৃষিজীৱি বঙুৱা খেতিয়ক।

সময় পাৰ হৈছিল।

আৰু সময় পাৰ হৈছিল।

বছৰ পাৰ হৈছিল।

যুগৰ পিছত যুগ পাৰ হৈছিল।

ওঠৰশ শতিকা পাৰ হৈছিল আৰু এই ওঠৰশ শতিকাৰ আগৰ পৰাই আৰম্ভ কৰি চৰ-চাপৰিত জমিদাৰ আৰু জোতদাৰ সকলে প্ৰজা বহুৱাইছিল মাটি পট্টন দিছিল ; আৰু প্ৰজাসকলে বনৰীয়া হিংস্ৰ জন্তু বাঘ, ভালুকৰ লগত যুঁজি, হাবি-বন কাটি পৰিষ্কাৰ কৰি মাটি খেতিৰ উপযোগী কৰে। এই কাম কৰোতে প্ৰজাসকলে প্ৰধানত দুটা দুৰ্যোগৰ পৰা বাধাপ্ৰাপ্ত হ'ল, এটা হ'ল বনৰীয়া জীৱ-জন্তুৰ আক্ৰমণ-উপদ্ৰব আৰু আনটো হ'ল প্ৰতি বছৰে হোৱা কলেৰা, বসন্ত, টাইফয়েড আৰু কালাজ্বৰ। প্ৰায়বোৰ মানুহ কলেৰা, বসন্ত আৰু কালাজ্বৰত আক্ৰান্ত হৈ অকালতে মৃত্যু বৰণ কৰিব লগা হৈছিল। দেশৰ মালিক ৰজা জমিদাৰ হোৱা বাবে তেওঁলোকৰ প্ৰধান কাম আছিল কেৱল প্ৰজাৰ পৰা বছৰে বছৰে খাজনা-সুদেমূলে আদায় কৰা আৰু কৰ-কাটল খাজনা

আদায় দিব নোৱাৰা প্ৰজাৰ উচ্ছেদ কৰা। গৰু-ছাগলী, গহনা অলঙ্কাৰ আদি কাঢ়ি লৈ যোৱা কাৰ্য্য প্ৰায়বোৰ জমিদাৰতে হৈছিল। প্ৰজা সকলৰ আৰু নিজৰ চলা ফুৰা, অহা যোৱা কৰিবলৈ কোনো বাট পথ, ৰাস্তা ঘাট, দলং আদি বনোৱা হোৱা নাছিল। প্ৰজাৰ আৰু দেশৰ উন্নতিৰ বাবে পৰিকল্পিতভাৱে কোনো আঁচনি লোৱা হোৱা নাছিল। বানপানী ৰোধ কৰিবলৈ মথাউৰি, বান্ধ বন্ধাৰ কোনো ব্যৱস্থা জমিদাৰে কৰা নাছিল আৰু কৰাৰ দৰকাৰো নাছিল। কিয়নো জমিদাৰ সকলৰ প্ৰায়:বাবেই বাৰিষা কাল, গৰম দিনত স্বাস্থ্যকৰ ঠাই, স্বাস্থ্য নিবাস চিলং, চিমলা, দাৰ্জিলিং, কলিকতা আদি ঠাইত বাস কৰিছিল আৰু বৈ ছিল গৈ। কিছুমান জমিদাৰ মেম বিয়া কৰাই চাহাব সকলৰ দৰে চলিছিল আৰু প্ৰায়বোৰ জমিদাৰ সৰংকৈ মদ খোৱা, চিকাৰ কৰা, ভ্ৰমণ কৰা, সঙ্গীত ভালপোৱা আৰু সঙ্গীতপ্ৰেমী আদি অভ্যাস আৰু গুণৰ অধিকাৰী আছিল। খৰালি কালত হাতীৰ পিঠিত উঠি নায়েব, মহৰীয়ে কেম্প কৰি উঠোৱা খাজনাৰ দৈনিক আমদানি আনিবলৈ গৈছিল—ভ্ৰমণ ওৰাচল কৰিছিল।

এইবাৰো শ্ৰীকান্ত নায়েব, কৰিম উল্লাহ মহৰী আৰু মুক্তা বৰকন্দাজ ৰতন পুৰৰ জমিদাৰৰ খাজনা আদায় কৰিবলৈ নাচনীপাৰা গাওঁৰ কুদ্ৰত উল্লাৰ ঘৰত কেম্প কৰিছিল।

শেষ শৰতৰ বতৰ হোৱা বাবে বাটপথবোৰ শুকান আৰু ভাল লগা আছিল। ইখনৰ পিছত সিখন কেঁচা আৰু সেউজীয়া পাতেৰে ঢাক খাই থকা মনোমোহা পথাৰ ধান ন। ৰ'দ জাক কুমলিছিল। মানুহবোৰ পথাৰৰ পিছত পথাৰ—সেউজীয়া আৰু বতাহত জৰ জৰ শব্দ কৰি থকা ধাননি পথাৰ পাৰ হৈ মাটিৰ খাজনা দিবলৈ আহিছিল।

গাওঁখনত ৰজাৰ নায়েব, মহৰী, আমিন আৰু বৰকন্দাজ কেম্প পাতি থকা দিন কেইটা উৎসৱ মুখৰ হৈ পৰে। সকলো প্ৰজাই নতুন আৰু চাফ্-চিকুন কাপোৰ পিন্ধি দলে দলে জুম বান্ধি ৰজাৰ খাজনা দিবলৈ আহে। খাজনা দিয়াৰ পিছত প্ৰত্যেক জন প্ৰজাক আধাসেৰ ব'তাসা দিয়ে ৰজাৰ ফালৰ পৰা।

ৰজা জমিদাৰ অহাৰ দিনা মানুহৰ ভিৰ আৰু বেছি হয়। নায়েবে প্ৰত্যেক জন প্ৰজা আৰু খাজনা দিবলৈ অহা সকলো মানুহক ৰজাৰ লগত চিনাকি কৰি দিয়ে—পৰিচয় কৰি দিয়ে। প্ৰত্যেকজন প্ৰজাই আঠু লৈ ৰজাৰ চৰণত পৰি সেৱা

কৰে আৰু বাতাসাৰ টোপোলা লৈ ঘৰলৈ যায়। বৰ্মাৰ সম্মানাৰ্থে মানুহবোৰে খাহী ছাগলী, কুকুৰা চৰাই কাটে, জহা চাউলৰ ভাত, বাথানৰ পৰা মহ'ৰ দৈ আৰু চিকুন চিৰা আনি বৰ্মাক ভোজ-ভাত খুৱায় বৰ সম্মানেৰে, আন্তৰিকতাৰে। দিনৰ দিনটো মাটিৰ খাজনা তোলে, খোৱা লোৱা হয়, মানুহৰ ভিৰ হয়, কেম্প আৰু গাওঁখন উৎসৱ মুখৰ হৈ পৰে। অহাজন আহিছে, যোৱা জন গৈছে, খোৱা জন খাইছে কোনো এজনৰো একোতে অভাৱ হোৱা নাই. কম পৰা নাই আৰু কাৰো একো আপত্তি কৰিব লগা হোৱা নাই। প্ৰত্যেকেই ব্যস্ত আনন্দত আৰু সুখী। বছৰত কেম্প কৰা দিন কেইটা সকলোৰে বাবে বৰ হেপাহৰ, আশাৰ আৰু উৎসৱৰ।

ৰাতি খোৱা লোৱা হৈছিল। ভোজ ভাত খোৱাৰ পিছত মুক্তা বৰকন্দাজৰ দোতোৰা আৰু নছেৰ আলীৰ চাৰিন্দা সমত কৰি গোৱা ভাটিয়ালী আৰু বেউলা লক্ষীন্দৰ কিচ্চা সকলোৰে শুনিছিল—নিৰৱ হৈ, মৌন হৈ, চুপচাপ আনন্দ মনেৰে। মুক্তই কাহিনী কৈ যায় লগত খুহুঁটীয়া কথাৰে হুকাৰ ধাৰ নাছৰ গিতাল (বহুৱা) মাজে মাজে কাহিনীৰ লগত মিলাই ভাটিয়ালী গায় দুয়ো জনে। কাহিনীৰ মাজত যেতিয়া কোনোবা ৰাজকুমাৰীক নাৱৰীয়াই নৈ পাৰ কৰিব লগা হয় তেতিয়া ৰাজকুমাৰীক ডিঙাত তুলি লৈ নাৱৰীয়াই গোৱা ভাটিয়ালী মুক্তা বৰকন্দাজে দোতোৰা বজাই সুৰ দি গায়।

'অন্য সুন্দৰীক পাৰ কৰোত লও আনা আনা
তুমি সুন্দৰীক পাৰ কৰোতে লম কাণৰ সোনা"

তেতিয়া বাহিৰত ৰাতিৰ নীৰৱতা ভৰা শুক্লপক্ষ জোনাক আৰু চাৰিওফালে জোনৰ ৰূপালী পোহৰ, কুঁৱলী মিহলি পবিত্ৰ শান্ত পোহৰ, ভাল লগা স্নিগ্ধ পোহৰ। পৃথিবীৰ কতো সাৰ সুৰ নাই, কোলাহল নাই। নীৰৱতা ভৰা শান্ত মধুৰ শৰতৰ ৰাতি, কৰ্ম ব্যস্ত ভাগৰুৱা মানুহবোৰে প্ৰাণময়তা ভৰা ৰাতিৰ নীৰৱতাক সাৱটি শুই পৰিছিল লাল কাল দি। কেৱল সাৰে আছিল মুক্তা বৰকন্দাজ, নছেৰ আলীৰ ভাটিয়ালী আন্তৰিকতাৰে শুনি থকা নাচনপাৰা গাওঁৰ মানুহখিনি, প্ৰজা সকল ৰায়ত আৰু কোৰফা প্ৰজাসকল আৰু গাওঁৰ তিৰোতা যুৱতী, গাভৰু ছোৱালীবোৰ, আই পেহীসকল।

*　　*　　*　　*

ৰায়েৰ, মহৰীয়ে মাটিৰ খাজনা উঠোৱাৰ বাহিৰেও অন্য কাম কৰিব

লাগিছিল। জমিদাৰৰ কাঠ মহল, মীন মহল, জলা মহল, হাতী মহল, মহ, গৰুৰ বাথান আদিৰ কামো কৰিব লাগিছিল। আৰু কৰিছিল। গৰু-মহৰ খোৱাৰ, হাট বজাৰৰ বছৰেকীয়া ডাক, লিজ আৰু নিলাম কৰাৰ দায়িত্বও এই ,, ., কৰ্মচাৰীয়ে কৰিব লাগিছিল আৰু খাজনা কৰ, আৰু বছৰেকীয়া ডাকৰ নিৰ্ধাৰিত টকা আদায় কৰিব লাগিছিল।

কাঠ মহলৰ পুৰণি আৰু পুৰঠ কাঠবোৰ প্ৰতি বছৰে নিলাম আৰু বিক্ৰী কৰি জমিদাৰ সকলে অজস্ৰ টকা ৰাজহ হিচাবে পাইছিল। এই কাঠ আৰু বনজ সম্পদ সমূহৰ সৰহ খিনিয়ে বেঙ্গল, বিহাৰৰ ঠিকাদাৰ, মহাজন আৰু বেপাৰীয়ে নাৱেৰে ব্ৰহ্মপুত্ৰ নদীয়েদি লৈ গৈছিল। আৰু কিছু কাঠ মহৰ গাড়ীত তুলিও খৰালি দিনত নিছিল।

সেইদৰে মীন মহল, হাট বজাৰ, নৈৰ ঘাট, খেওৱা আদিও বছৰেকীয়া ভিত্তিত মানুহে ডাকি লৈছিল আৰু নায়েব মহৰীয়ে এইবোৰ মানুহৰ পৰাও খাজনা লৈছিল আৰু উঠাইছিল। নায়েব মহৰীৰ এইবোৰ কামৰ ওপৰিও আৰু এটা গুৰু দায়িত্ব আছিল, কৰ্ম কৰিব লগা হৈছিল।

ৰজা, জমিদাৰ সকলৰ কেইটামান গুন আৰু অভ্যাস পৰম্পৰাগতভাৱে, বংশানুক্ৰমে আছিল আৰু আছে। এইবোৰ গুন, অভ্যাস নথকা ৰজা জমিদাৰ কৰাত আছিল নে নাই আজিলৈ কোনো প্ৰজাৰ মুখত শুনা নেযায়। এই বোৰৰ ভিতৰত এটা হ'ল ;

ৰতনপুৰ জমিদাৰীৰ ৰজা জমিদাৰ সকলে ৰাতিপুৱা উঠিয়ে মহৰ দৈ আৰু চিকুন চিৰা ৰূপৰ কাঁহিত লৈ পেট ভৰাই খায়। এই খোৱা-লোৱাৰ ৰীতি-নীতি আৰু চলি অহা, পালন কৰি অহা, মানি চলি অহা পৰম্পৰাগত উত্তৰ পুৰুষৰ দিনৰ, এনেকি বেমাৰ হলেও, টান নৰীয়া হলেও এৰিব নোৱাৰে বাদ নিদিয়ে। কোনো ডাক্তৰ, কবিৰাজ, ওজা, বেজ আৰু চিকিৎসকে উপদেশ কেতিয়াও দিব নোৱাৰে, নিদিয়েও আৰু দিলেও নেমানে। বছৰৰ এদিনো দৈ চিৰা নোখোৱা কৈ পাৰ হয় আৰু কৰিব নোৱাৰে।

আৰু ৰতনপুৰৰ ৰজা জমিদাৰ সকলৰ দ্বিতীয় অভ্যাসটো হ'ল সৰহ কৈ মদ খোৱা, পহু চিকাৰ কৰিবলৈ যোৱা। চিকাৰলৈ যাওঁতে সদায় লগত এটা ইউনিট লৈ যোৱা। কাৰণ আছিল। ৰজা জমিদাৰ সকলে নিজেও গাজা, ভাং, মদ, সুৰা আৰু চিকাৰত লৈ যোৱা হাতীক বিশেষ ধৰণে বনাই

লোৱা চিলিমত গাজা ভৰাই হাতীক খুৱাই লৈ গৈছিল, জঙ্গল, হাবিৰ গভীৰ ভিতৰলৈ, শহু, বাঘ, বাজহাঁহ চিকাৰ কৰিবলৈ। প্ৰবল নৈৰ সোঁত পাৰ হৈ অটব্য হাবি পাৰ হৈ।

লগত লৈ যোৱা ইউনিটৰ মানুহবোৰৰ বিভিন্ন জনৰ বিভিন্ন কামৰ ভাৰ নায়েব মহৰীয়ে দিছিল মলা ধপাত আৰু ধপাতৰ লগত গাজা, ভাং মিলাই জমিদাৰে বিচৰাৰ আগতে পোৱাকৈ লগাই ৰখা। সাজু কৰি ৰখা মানুহ হ'ল নবেন আৰু পেটুৰাৰ। এই কামৰ ওপৰিও নবেন আৰু পেটুৰা মণ্ডলৰ কাম হ'ল সকলোৰে বাবে খোৱা-লোৱাৰ যোগাৰ কৰা, বন্ধা-বঢ়া কৰা। সুগন্ধী মলা ধপাতৰ লগত গাজা, ভাং, খামিৰা মিলাই, মিহলাই টিকৰা বনোৱা আৰু বদত দি শুকোৱা, ৰজা জমিদাৰ যাতে বিচৰা মতে আৰু-বিচৰাৰ লগে লগে দিব পাৰে।

তৃতীয় কাম আৰু অভ্যাস হ'ল ৰাতি সৰহ কৈ মদ খোৱা, চিঞৰ বাখৰ কৰা আৰু দেহা মিলন কৰিবলৈ উপভোগ কৰিবলৈ বিচৰা মতে গাভৰু আৰু যুৱতী বিচাৰি আনি হাজিৰ কৰি দিয়া। এই কামৰ বাবে নায়েব, মহৰীয়ে ৰজাৰ পৰা মুঠিয়ে মুঠিয়ে টকা আৰু ধন খৰচ কৰি যোগাৰ কৰিব লাগিছিল। বহুত ক্ষেত্ৰত আৰু বহুত সময়ত গাভৰু আৰু যুৱতী যোগাৰ কৰিব নোৱাৰাৰ বাবে নায়েব আৰু মহৰীৰ চাকৰি গৈছিল, চাবুক আৰু বেতৰ কোব খাব লগা হৈছিল। আৰু, জনা মতে, মানুহবোৰে কোৱা মতে, ৰতনপুৰৰ প্ৰজা সকলে আলোচনা কৰা মতে এতিয়ালৈকে পাচজন নায়েব আৰু দুজন মহৰীৰ জমিদাৰক গাভৰু যোগান ধৰিব নোৱাৰাৰ বাবে বেত আৰু চাবুকৰ কোবত মৃত্যু হৈছে।

এইবাৰ ৰজা বাহাদুৰ চিকাৰলৈ আহিছিল ধামৰ বিলৰ অটব্য আৰু গভীৰ হাবি লৈ। লগত অহা ইউনিটটোৰ মানুহখিনি যাৰ যি কাম ভাগে ভাগে কৰিব লগাখিনি কৰি আছে, কৰি গৈ আছে হৈ আছে।

কাতিৰ শেষ, পহিলা আঘোনৰ বতৰ। ৰাতি হাবিৰ মাজত কেম্প কৰা হৈছিল। আকাশত শুক্লপক্ষৰ জোনাকৰ স্নিগ্ধ পবিত্ৰ ৰূপালী পোহৰ আৰু শীত মিহলী কুঁৱলী ৰাতি আৰু কুঁৱলীশীত, মিহলি জোনৰ পোহৰখিনি হাবিৰ মাজত বিয়পি পৰিছিল। শাল, গমাৰী, আজাৰ কঠাল, তিতাচপা, বনচোম, হলং, সোনাৰু, চেগুন, সক ভাঙৰ বাঁহগছ, ইকৰা বন, খেৰ বিৰিণা

আৰু পাহাৰ বগাই বৈ অহা নির্মল পানীৰ নিজৰাটোৰ ওপৰত আৰু গছ বিৰিখৰ ওপৰত, মাজে মাজে বিয়লি পৰৰ পোহৰে আৰু উজ্জ্বল কৰি তুলিছিল, দিনময় কৰি তুলিছিল। নিবৰতা ভৰা হাবি জোনৰ পোহৰত স্বর্গতুল্য কৰি তুলিছিল।

ৰজা বাহাদুৰৰ বাবে যিখন বিশেষ বিহনা আৰু কেম্প কৰা হৈছিল তাত অন্য মানুহ কর্মচাৰী থকাৰ নিয়ম নাই আৰু কোনেও নেথাকে। কেম্পৰ বাহিৰত কিছু নিলগত বৰকন্দাজ মুক্তাই ৰজা বাহাদুৰক পহৰা দি বহি থাকে ওৰে ৰাতি খিয় দি।

ৰজা বাহাদুৰৰ লগত থাকে কেৱল কেইবটল মদ, সুৰা, গিলাচ কিছু ভজা মাংস, একুৰা গন গন কৰি থকা জুই আৰু নায়েবে যোগাৰ কৰি অনা ন গাভৰু, যৌৱন ওপচি পৰা যুৱতীজনী। যুৱতীৰ কাম হ'ল ৰজা বাহাদুৰক গিলাচৰ পিছত গিলাচ মদ বটলৰ পৰা ঢালি দি থকা। এই কাম যেতিয়া কৰিব লগা হয় তেতিয়া ৰজা বাহাদুৰ আৰু গাভৰুজনী বিবস্ত্র উলঙ্গ হৈ থাকে। মন যোৱাৰ লগে লগে ৰজা বাহাদুৰ গাভৰুৰ লগত কায়িক মিলনত মিলিত হয়, দেহা উপভোগ কৰে এবাৰ, দুবাৰ, বহুত বাৰ ওৰে ৰাতি, ৰাতিৰ পিছত ৰাতি। অৱশ্যে আজি উপভোগ কৰা গাভৰু অহা কালি আৰু অহা ৰাতিলৈ নেৰাখে। অহা কালিৰ বাবে নায়েব বাবুয়ে অন্য গাভৰু যোগাৰ কৰিব লাগিব আৰু যোগাৰ কৰি আনে। বিচৰা মতে বিচাৰি আনে নায়েব বাবুয়ে নায়েব শ্রীকান্ত বাবুয়ে। এই কাম কৰোতে নায়েবৰ কেতিয়াবা বিপদ নোহোৱা নহয়—বিপদ হয়, গাভৰু বিচাৰি নেপায়। বিপদৰ পৰা ৰক্ষা পাবলৈ নায়েব বাবুয়ে নিজ পৰিয়ালৰ গাভৰুক নি ৰজা বাহাদুৰৰ ওচৰত দিবগৈ লাগে, আৰু দিছিল নিজৰ বংশৰ ছোৱালীক উপায়হীন হৈ, বিপদৰ পৰা ৰক্ষা পাবলৈ, বেত আৰু চাবুকৰ কোবৰ পৰা নিজকে বচাবলৈ।

এইবোৰ কাৰণত, এই সকল ৰজা জমিদাৰ ভোগ বিলাসৰ কাৰণে নায়েব আৰু মহৰী ৰজা ঘৰৰ কিছু নিলগত বেশ্যা পাৰা, নটীৰ গলি স্থাপন কৰিছিল আৰু এই বেশ্যা আৰু নটীৰ গলিৰ পৰাই জমিদাৰ সকলে বিচৰাৰ লগে লগে গাভৰু আনি হাজিৰ কৰিছিল। এই নটী, বেশ্যা আৰু আন বহুতো তিৰোতা দেহ, যৌৱন বিক্রী কৰি জীৱন নির্বাহ কৰিছিল—জীয়াই আছিল। সুন্দৰ, দামী ৰেচমী, মখমলৰ কপোৰ আৰু ভূষণ পৰিধান কৰি চকুত কাজল, সুৰমা লগাই,

কানত জুমকা পিন্ধি সুগন্ধী তেল লগাই জৰ্দা পান খাই ওঠ ৰঙা কৰি ৰজা জমিদাৰৰ অনাগত আগমনৰ বাবে সাজি কাচি ৰহি আছিল। ঢুঁৰী, চাৰিন্দা হাৰমোনিয়াম বজাই গীত গাইছিল, নাচিছিল মজলিছ জলসা আৰু মেহফিল পাতিছিল, বৰ্ণাঢ্য আৰু জাকজমক পূৰ্ণতাৰে ৰাতিৰ মেহফিল শেষ হৈছিল। আৰু এইদৰেই ৰজা জমিদাৰ সকলে ৰাজকাৰ্য্য চলাইছিল, জমিদাৰী চলাইছিল, ৰতনপুৰৰ ৰজা জমিদাৰ প্ৰজা আৰু ৰায়ত সকল সময়ক সাক্ষী কৰি জীয়াই আছিল।

সময় কিছু পাৰ হৈছিল।

কিছুমান বছৰ পাৰ হৈছিল।

ৰজা জমিদাৰ সকলে এইদৰে অবৈধকৈ ৰখা আৰু যৌন মিলন কৰা গাভৰুৰ গৰ্ভত জন্ম হৈছিল কিছুমান ল'ৰা-ছোৱালীৰ, সন্তানৰ। কিছুমান ল'ৰা ছোৱালীক জন্ম হোৱাৰ লগে লগে নেলুত টিপি, নিমখ খুওৱাই মাৰি পেলোৱা হৈছিল, জীয়াই জীয়াই মাটিত পুতি পেলোৱা হৈছিল। নৈ, বিল, হাবি জঙ্গলত দলিয়াই পেলাই দিয়া হৈছিল।

যিসকল গাভৰু খুব ধুনীয়া আৰু অটুট যৌবনৰ অধিকাৰিনী আছিল যি সকলক ৰজা জমিদাৰে এক প্ৰকাৰ স্থায়ীভাৱে উপভোগ আৰু দেহ মিলন কৰিছিল সেই সকল ৰক্ষিতা গাভৰুৰ গৰ্ভত জন্ম হোৱা সন্তান আৰু মাকক জমিদাৰ সকলে কেতিয়াবা নিৰুপায় হৈ জমিদাৰৰ অংশ দিব লগা হৈছিল আৰু দিছিল। আৰু এইদৰে জমিদাৰৰ অংশ আৰু ভাগ পোৱা অবৈধ জাৰজ সন্তান, সন্ততি সন্ততি সকলেও কালক্ৰমত এক শ্ৰেণীৰ জমিদাৰ আৰু ৰজা হৈ পাবল প্ৰজা আৰু ৰায়তৰ পৰা খাজনা, ৰাজহ আৰু কৰ উঠাবলৈ আৰম্ভ কৰিলে; তেওঁলোকৰ নাম ৰখা হ'ল আৰু নাম পালে মুঠ জমিদাৰীৰ অংশ পোৱা হিচাপে। সেই অংশ পোৱা মতে কোনোবাৰ নাম হ'ল এক আনা, দুই আনা, তিনি আনা, চাৰি আনা আৰু পাচানী কৰ্তা বুলি জমিদাৰ বুলি।

জমিদাৰী চলাইছিল ভোগ বিলাস সুখ আনন্দৰ মাজেৰে। ভগবানে দিয়া আৰু ভাগ্যত লিখি অহা জমিদাৰসকল ৰজাৰ দৰে জীয়াই নেথাকি কিবা সাধাৰণ মানুহৰ দৰে জীয়াই থাকিব নেকি? বাঘৰ গাত বল শক্তি থাকিলেও বাঘ সুখ, শান্তি আৰু নিৰাপদে থাকিবলৈ হলে লাগে এখন জনহীন অটব্য হাবি। বাঘ যাত তাত ওলাব নোৱাৰে, থাকিব নোৱাৰে সেইদৰে ৰজা জমিদাৰ সকলৰ জীৱনধাৰা, সুখৰ আধাৰ জীয়াই থকাৰ পথ সাধাৰণ মানুহতকৈ

সদায় বেলেগ আৰু ভিন্ন। তেওঁলোকৰ পৃথিবী আৰু থকা ঠাই সুখ আৰু আৰামৰ ঠাই জীয়াই থকাৰ স্থান সদায় বেলেগ আৰু সুকীয়া। য'ত সাধাৰণ মানুহৰ কোনো স্থান নাই, সাধাৰণ খেতিয়ক, প্ৰজা, ৰায়তৰ আৰু অন্য মানুহৰ ঠাই নাই, থাকিব নোৱাৰে।

# চৈধ্য

চিৰ প্ৰবাহিত গদাধৰ আৰু গৌৰাঙ্গ দুখন নৈ তিব্বত আৰু ভুটানৰ পৰা বৈ আহিছে খৰস্ৰোতা পানীৰ সোঁত—সোঁতৰ পিছত সোঁত। দুয়োখন নৈৰ পানী মিঠা, নিৰ্মল। দুৰ্বাৰ গতিৰে বৈ অহা গদাধৰ আৰু গৌৰাঙ্গ নৈ ব্ৰহ্মপুত্ৰত পৰাৰ আগতে নাম লৈছে মায়ামতী। আৰু এই মায়ামতী ৰতন-পুৰ জমিদাৰীৰ মাজেৰে বৈ আহি বাগৰি মহাবাহু ব্ৰহ্মপুত্ৰত মিলিত হৈছে আৰু পৰিছে। ৰতনপুৰৰ ৰাজবাৰী, জমিদাৰ বাৰী আৰু ৰাজ প্ৰাসাদ মায়ামতীৰ পাৰত অৱস্থিত। ঠিক পাৰত নহয় মায়ামতী নৈৰ কিছু ওপৰলৈকে ৰাজবাৰী সজা হৈছে, বনোৱা হৈছে। এই ৰাজবাৰী আৰু ৰাজপ্ৰাসাদ সজাৰ বিষয়ে কিছু জনশ্ৰুতি, কাহিনী আৰু কিম্বদন্তী প্ৰজাৰ মুখে মুখে—ৰতনপুৰৰ সকলো প্ৰজাই জানে। সকলো মানুহৰ আলোচনা আৰু গৌৰৱৰ বিষয়, এজনে কয়, বহুজনে শুনে আৰু শুনি শুনি সকলোৰে ভাল পায় আৰু কোৱা জনৰো ভাল লাগে, আনন্দিত হয়—সুখী হয় কিছু গৌৰবান্বিত হয়।

সেইয়া আজিৰ পৰা বহু বছৰৰ আগৰ কথা, আৰু ঘটনা। ৰজা প্ৰতাপ নাৰায়ণ চৌধুৰীৰ ককা দেউতা আৰু ৰজা পীতাম্বৰ নাৰায়ণৰ দিনৰ কথা, ৰাজত্বকালৰ ঘটনা। শ্ৰীপীতাম্বৰ নাৰায়ণ চৌধুৰীৰ ভাৰ্য্যা আছিল তিনিজনী প্ৰথমা ৰাণী অনামিকা, দ্বিতীয়া ৰাণী উৰ্মিলা আৰু তৃতীয়া ৰাণী উৰ্বশী। ৰূপ, গুণ আৰু দেখাত তিনিওজনী অতুলনীয়, লক্ষ্মী, ভাগ্যবতী, দুৰ্গা সৰস্বতীৰ দৰে। ৰাজ ভড়াল ধন, সোণ, মনি মুকুতাৰে ভৰি পৰিল, তিনিওজনী মহিষী, ৰাণী বৰ বিলাসী, সৌন্দৰ্য্যপ্ৰিয় আৰু বাংঢালী, চিকুন আৰু উচ্চাকাংখী। তিনিওজনী বাই ভনীৰ দৰে ৰজাক সেৱা শুশ্ৰূষা কৰে—মিলিজুলি মৰমকৰে, ভাল পায় আন্তৰিকতাৰে—প্ৰেমেৰে। এজনীৰ পুত্ৰ সন্তান আনজনীয়ে

বুকুৰ পিয়াহ খুওৱায়, বুকুত শুৱায়। মৰম কৰি গালে মুখে চুমা খায়। ৰজা পিতাম্বৰ নাৰায়ণ চৌধুৰী তিনিজনী ৰাণীক সমানে মৰম কৰিছিল আৰু ভাল পাইছিল। এবাৰ জোনাক ৰাতি তিনিও ৰাণী ৰজাৰ ওচৰত বহি কথা পাতি থাকোতে থাকোতে তিনিওজনী ৰাণী ৰজাৰ পৰা এটা 'বৰ' বিচাৰিলে—বস্তু বিচাৰিলে। ৰজা প্ৰথমা ৰাণী অনামিকাক সোঁহাতেৰে, দ্বিতীয়া ৰাণী ঊৰ্মিলাক বাওঁ হাতেৰে সাৱটি লৈ, তৃতীয়া ৰাণী উৰ্বশীক কোলাত বহুৱাই লৈ প্ৰত্যেক জনীৰ উত্তপ্ত ওঠ দুটাত নিজৰ ওঠ আৰু গালত হেঁচি ধৰি কঁপা কঁপা মাতেৰে কৈ উঠিল।

"কি বস্তু, বৰ লাগে—হীৰা মুকুতা, অলঙ্কাৰ যাক যি লাগে মই দিবলৈ প্ৰস্তুত" বৰ আন্তৰিকতা আৰু মৰম সানি ৰজাই কলে। তিনিওজনী ৰাণী প্ৰথমতে এজনীয়ে আনজনীৰ মুখৰ ফালে চালে তাৰ পিছত অলপ সময় মৌনতা অৱলম্বন কৰি ৰজাৰ মুখৰ ফালে চাই প্ৰথমা ৰাণীয়ে কৈ উঠিল:

"প্ৰেম আৰু ভাল পোৱাৰ চিন স্বৰূপে তিনিও ৰাণীৰ নামত তিনিটা মহল প্ৰাসাদ সজাই প্ৰেমৰ চিন চিৰস্মৰণীয় কৰি ৰখাৰ প্ৰতিশ্ৰুতি দিব লাগে – আৰু যিমান সোনকালে পাৰে প্ৰাসাদ, মহল সজোৱাৰ কাম আৰম্ভ কৰিব লাগে মহল সোনকালে সজাব লাগে।" ডাঙৰ ৰাণীৰ কথাত মাজু আৰু সৰু ৰাণীয়ে হুঁয়বৰ দিলে। ডাঙৰ ৰাণীৰ কথাখিনিত তিনিও ৰাণীৰ ভাল পোৱা আৰু মৰম নিহিত হৈ আছিল, আশা নিহিত হৈ আছিল।

তেতিয়া ৰাতি কিছু হৈছিল। নিবিড় ৰাতিৰ বুকুত শুক্ল পক্ষৰ জোনাকৰ ৰূপালী স্নিগ্ধ পোহৰ বিয়পি পৰিল আৰু ওচৰতে ফুলি থকা নাহৰ ফুলৰ সুবাস তিনিও ৰাণী আৰু ৰজাৰ ভাল লাগিছিল; ভাল লাগিছিল গা, মন।

ৰজা পিতাম্বৰ নাৰায়ণ চৌধুৰী তিনিওজনী ৰাণীৰ গালত চুমা খাই কলে:

"অহা কালিৰ পৰাই প্ৰাসাদ, অট্টালিকা সজোৱাৰ কাম আৰম্ভ কৰা হ'ব, বিশ্ব বিখ্যাত, অদ্বিতীয় অতুলনীয় নানান কাৰুকাৰ্য্য খচিত আৰু প্ৰত্যেকজন ৰাণীয়ে মনে বিচৰা মতে, কল্পনা কৰা মতে বনোৱা হ'ব সজোৱা হ'ব।"

আৰু ৰজাৰ কথামতে কাম আৰম্ভ কৰা হ'ল। ভাৰতবৰ্ষৰ চাৰিওফালে, বিভিন্ন প্ৰদেশ, দেশ, প্ৰান্তৰে প্ৰান্তৰে এনেকি বিদেশতো ৰাজপ্ৰাসাদ বনাবলৈ কাৰিকৰ, ইঞ্জিনিয়াৰ, খনিকৰ, বাটৈ খোদাইৰ কাম কৰা মিস্ত্ৰি, আৰু আন আন কাম কৰা মানুহ কাৰিকৰ বিচাৰি অনা হয়। দেশ-বিদেশৰ পৰা

অহা প্ৰখ্যাত আৰু বিখ্যাত ইঞ্জিনিয়াৰ আৰু স্থপতিবিদ সকলে দিয়া নক্সা আৰু ব্লু প্ৰিণ্টবোৰ এখনৰ পিছত আনখন ৰাজ পৰিয়ালৰ কৰ্মকৰ্তা সকল, ৰজা আৰু তিনিও ৰাণীয়ে চাই যাব ধৰিলে। নিজৰ চিনাকি বন্ধু ৰজা জমিদাৰ আৰু তেওঁলোকৰ দেশত থকা বিখ্যাত কাৰিকৰ, ইঞ্জিনিয়াৰ, স্থপতিবিদ শিল্পী সকলোকে মাতি পঠিওৱা হ'ল—সকলোকে ব্লু-প্ৰিণ্ট আৰু নক্সা দেখুওৱা হ'ল। সকলোৰে পৰা পৰামৰ্শ, মতামত, উপদেশ, বুদ্ধি আৰু ব্লু-প্ৰিণ্ট ভাল লগা নলগাৰ কাৰণৰ, আদি বিষয়ে খৰচি মাৰি আলোচনা কৰা হ'ল—সকলোৰে মতামত আৰু যুক্তি-তৰ্ক শুনা হ'ল। লোৱা হ'ল। এদিন দুদিন, তিনি দিন, এক সপ্তাহ ধৰি আলোচনা কৰা হ'ল, নক্সা চোৱা হ'ল—মতামত লোৱা, শুনা হ'ল, বিচৰা হ'ল—কিন্তু ৰজাই একো সিদ্ধান্ত কৰিব নোৱাৰিলে-নক্সা ঠিকমতে পচন্দ, মনঃপুত নহ'ল, বাচি লব নোৱাৰিলে।

এদিন।

দুদিন।

এমাহ।

ছয় মাহ পাৰ হ'ল। বাৰিষা পাৰ হৈ খৰালি আৰম্ভ হ'ল—এবছৰ পাৰ হ'ল।

কোনো এখন শিল্পী, কাৰিকৰ, ইঞ্জিনিয়াৰ, স্থপতিবিদৰ নক্সা মনঃপুত নহ'ল। প্ৰাসাদৰ ভিতৰ আৰু বাহিৰত দিব লগা আৰু কৰিব লগা ডিজাইন কাৰুকাৰ্য্য এখনও ৰাণীবো ভাল নেলাগিল—পচন্দ নহ'ল। সঁচা কথা, তিনও ৰাণীয়ে মনে বিচৰা ধৰণে কল্পনা কৰা মতে ব্লু প্ৰিণ্ট-আৰু নক্সা এখনো নোলাল, দিব নোৱাৰিলে, আঁকিব নোৱাৰিলে। সকলো খনিকৰ, কাৰিকৰ, ইঞ্জিনিয়াৰ, স্থপতিবিদ নিজ নিজ ঘৰলৈ, নিজ নিজ দেশলৈ উভটি গ'ল বিমুখ হৈ দুঃখ মনেৰে। ৰজা, তিনিজনী ৰাণী আৰু ৰাজ পৰিয়ালৰ অন্য মানুহ দিন যোৱাৰ লগে লগে চিন্তিত-হতাশা আৰু নিৰাশাবাদী, ব্যথিত হৈ পৰিল, ভাগৰি পৰিল। ৰাজ দৰবাৰত এটা মৌনতা আৰু শোক কুল বিৰাজমান—বিষাদৰ ছাঁ বিৰাজমান। ৰজা আৰু চিন্তিত হৈ পৰিল। তিনিওজনী ৰাণীৰ ওচৰত নিজে কৰা অঙ্গীকাৰ আৰু প্ৰতিশ্ৰুতি যদি ৰাখিব নোৱাৰে, ৰজা তিনিও মাইকীৰ ওচৰত মুখ দেখুৱাব নোৱাৰিব, লজ্জিত আৰু অপমানিত হব লাগিব। কথা দি কথা ৰাখিব লাগিব ৰজাই নিজকে নিজে কলে।

আছিল। সকলো দেশলৈ যোৱা দূত সুদাহাতে ঘূৰি আহিল—কাৰিকৰ, খনিকৰ স্থপতিবিদ বিচাৰি নেপালে আৰু আনিব নোৱাৰিলে।

অৱশেষত চীনদেশলৈ যোৱা দূতজনৰ লগত এজন যুৱক—যিজনৰ চকুৰ দৃষ্টি আৰু চাৱনী কেৱল ওপৰৰ ফালে—পৰিশ্ৰমী আৰু বুদ্ধিমান। ডেকাজন দেখাত ধুনীয়া অল্পভাষী, চকুৰ চাৱনীত বুজিব নোৱাৰা এক অদম্য শক্তি নিহিত হৈ আছে। পৃথিৱীৰ সকলো দেশৰ, সকলো যুগৰ শতাব্দীৰ সৃষ্টিৰ ৰূপ সৌন্দৰ্য্যৰ ছঁৱি চকুৰ চাৱনিত অন্তৰ্নিহিত হৈ আছে।

ৰাজদৰবাৰৰ সকলো মানুহ ওলাই আহি চীন দেশৰপৰা অহা এই শিল্পী কাৰিকৰ ইঞ্জিনিয়াৰজনক অপলক নয়নে চালে—সকলোৰে দৃষ্টিত অন্তহীন কৌতূহল—অন্তহীন প্ৰশ্ন। ধীৰ গম্ভীৰ ডেকাজনক, শিল্পী কাৰিকৰৰ খনিকৰ জনক ৰজা পিতাম্বৰ আৰু তিনিও গৰাকী ৰাণীৰ ওচৰলৈ লৈ যোৱা হ'ল, থিয় কৰোৱা হ'ল। তিনিও গৰাকী ৰাণী, ৰজা পিতাম্বৰ নাৰায়ণ চৌধুৰী, মন্ত্ৰী, অন্যান্য ৰজাৰ কৰ্মচাৰী আৰু ৰাজকীয় বিষয়াসকলে ডেকা শিল্পীজনক ভৰিৰ পৰা মূৰলৈ আৰু মূৰৰ পৰা ভৰিলৈ চাই পঠিয়ালে। শিল্পীজনেও তিনিওজনী ৰাণী, ৰজা, মন্ত্ৰী আৰু উপস্থিত সকলোকে এবাৰ চাই দুই হাত তুলি নমস্কাৰ কৰি পুনৰ তলমূৰ কৰি মৌন হৈ ৰৈ দিলে।

তেতিয়া বাহিৰত ৰ'দজাক টানকৈ ওলাইছিল আৰু এই পবিত্ৰ স্বচ্ছ ৰ'দজাক চাৰিওফালে বিয়পি পৰিছিল সমভাৱে। স্বচ্ছ, বগা উজ্জ্বল পোহৰ আৰু লগতে এজাক শান্ত মৃদু বতাহ দক্ষিণৰ পৰা নিৰবে বৈ আহিছিল। আৰু ৰাজপ্ৰাসাদৰ চাৰিওফালে ফুলি থকা থলপদ্ম, নাহৰ, তগৰ, কামিনী, চম্পা ফুলৰ সুবাস ৰাজপ্ৰাসাদত বিয়পি পৰিছিল - সুবাসিত কৰি তুলিছিল। দূৰৈৰ কোনোবা গছত কুলি, কেতেকীৰ অমীয়া মাত আৰু গীতৰ লহৰৰ ধ্বনি ৰাজ-প্ৰাসাদত বিয়পি পৰিছিল, মুখৰিত কৰি তুলিছিল।

কিছু সময় নিৰবে পাৰ হ'ল।

সকলোৰে মৌন আৰু নিৰব।

অলপ সময় পাৰ হোৱাত ৰজাই শিল্পীজনৰ ফালে চালে, ৰাণী তিনি গৰাকীৰ ফালেও এবাৰ চালে আৰু শিল্পীক উদ্দেশ্য কৰি কলে :

'তোমাৰ নাম' ?

ডেকা শিল্পীয়ে মূৰ তুলি ৰজাৰ ফালে চালে, ৰাণী তিনি গৰাকীৰ ফালে

চালে, হাত দুখন ওপৰলৈ তুলি নতশিৰে, বিনম্ৰ, মাৰ্জিত আৰু নিৰ্লিপ্ত হৈ কলে :

"জাউদাইক' মোৰ নাম।"

'তোমাৰ পৰিচয়' ৰজাই শুধিলে।

'মোৰ ঘৰ সুদূৰ চীনদেশত' শিল্পী জাউদাইয়ে ৰাণী আৰু ৰজাৰ ফালে চাই কলে।

ৰজাই পুনৰ জাউদাইক কলে :

"তুমি পাৰিবা মোৰ তিনি গৰাকী ৰাণীৰ মনে বিচৰা ধৰণে—কল্পনা কৰা মতে বিলাসীতাপূৰ্ণ অট্টালিকা বনাবলৈ, সজাবলৈ, প্ৰেম আৰু ভাল পোৱাৰ চিন স্বৰূপে উপহাৰ দিবলৈ, জাউতিযুগীয়া কৈ স্মৃতি ৰাখিবলৈ আৰু পৃথিৱীৰ ভিতৰত অদ্বিতীয়-অতুলনীয় কৈ বনাবলৈ।

"পাৰিম মহাৰাজ" শিল্পী জাউদাইয়ে ক'লে। শিল্পীৰ কথাত কোনো কৃত্ৰিমতা নাই—আছে কেৱল আন্তৰিকতা, আত্মবিশ্বাস আৰু অন্তহীন প্ৰতিশ্ৰুতি।

"অট্টালিকাৰ নক্সা, মেপ ব্লু-প্ৰিণ্ট দেখুৱাব পাৰিবা" ৰজাই শিল্পীৰ ফালে চাই কলে :

"অহা-কালি ৰাতিপুৱা দেখুৱাম। আজি আপোনালোকক দেখিলো, দৰ্শন কৰিলো, আপোনালোকৰ মনৰ কল্পনা মোৰ মনত কল্পনা কৰি ললো। ৰাতিৰ ভিতৰত মই মেপ আৰু নক্সা বনাম, আঁকিম"।

ৰজা আৰু তিনিও গৰাকী ৰাণী শিল্পীৰ কথাত মান্তি হ'ল।

তেতিয়া বেলি লহিয়াইছিল। পশ্চিম আকাশৰ তললৈ বেলি পৰি আহিছিল। শেষ আহিনৰ আকাশত বেলি মাৰ যোৱাৰ আগেয়ে ৰাঙলী হৈ তাহৰ পৃথিৱীৰ কৰ্মব্যস্ত আৰু চিনাকি পৰিচিত মানুহবোৰৰ পৰা চৰাই-চিৰিকতী আৰু পৃথিৱীৰ পৰা বিদায় লৈছিল। লাহে লাহে ঘৰমুৱা হৈছিল আৰু এটা সময়ত পশ্চিম আকাশৰ দিগন্তত অস্ত গৈছিল।

ৰাতিপুৱা হোৱাৰ লগে লগে গতানুগতিক আৰু পৰম্পৰা ৰজাই ৰাখি, বিশ্বাস, লোকাচাৰ আৰু ৰীতি-নীতি মতে গোবিন্দপুৰ শিৱমন্দিৰত পশুপতিৰ মন্দিৰত ব্ৰহ্মমুহূৰ্ত হোৱাৰ লগে লগে পুজাৰীয়ে ডবা, শঙ্খ, ঘণ্টা কাঁহ বজাইছিল যথাসময়ত। ৰজা, তিনিও গৰাকী ৰাণী

প্ৰাতঃস্নান কৰি পূজাৰ ভূষণ পৰিধান কৰি আহি মন্দিৰত পূজা-অৰ্চনা দিলে—নাম-কীৰ্তন কৰিলে আৰু পূজাৰীয়ে পূজা শেষ কৰিলে। সকলোকে ললাট টিকা আৰু প্ৰসাদ দিলে। ৰাতিপুৰাৰ শুভ পূজা-অৰ্চনা, নাম-কীৰ্তন শেষ কৰাৰ পিছত ৰজা, তিনিওজনী ৰাণী আহি ৰাজপাটত বহিল।

তেতিয়া ৰাতিপুৰাৰ কোমল ৰ'দজাক ওলাই চাৰিওফালে বিয়পি পৰিছিল। বেলি উঠি অহাৰ লগে লগে—ৰ'দজাক ওলাই অহাৰ লগে লগে ৰাজপ্ৰাসাদত মানুহৰ জুম হৈছিল, লোকে লোকাৰণ্য হৈ পৰিল। সকলোৰে মুখত কেৱল একেটা কথা—চীনদেশৰ পৰা অহা শিল্পী, কাৰিকৰ বাতিৰ ভিতৰতে কি নক্সা বনালে, কি ডিজাইনৰ আৰু কাৰুকাৰ্য্যখচিত ৰাজপ্ৰাসাদ হব—সকলোৱে কোৱা কুই, আলোচনা-বিলোচনা কৰিলে। এজনে ক'লে আনজনে শুনিলে—এজনে কৈ গ'ল অন্য বহুতেই কোৱাজনৰ মুখৰফালে চাই শুনি গ'ল। সকলোৰে মনত অন্তহীন উদ্বিগ্ন আৰু সীমাহীন কৌতুহল।

বেলি উঠি আহিছিল, ৰ'দজাক আৰু কিছু টান হৈ পৰিছিল।

অৱশেষত চীনা শিল্পী-কাৰিকৰ জাউদাই আহি ৰাজসভাত হাজিৰ হ'ল। কিন্তু শিল্পীৰ হাতত কোনো ব্লু-প্ৰিণ্ট আৰু নক্সা নাই, ডিজাইন নাই আৰু একোৱেই হাতত নাই। সৰু এটা মোনাত ৰজা পিতাম্বৰ নাৰায়ণ চৌধুৰী, প্ৰথমা ৰাণী অনামিকা, দ্বিতীয় ৰাণী উৰ্মিলা আৰু তৃতীয় ৰাণী উৰ্বশীৰ কাঠ এচটা কাটি বনোৱা আবক্ষ মূৰ্তি আৰু ৰাজপ্ৰাসাদৰ সকলো অট্টালিকা গছ-গছনি-ফুলনি. নৈ-পুখুৰী— এনেকি গছৰ ওপৰত পৰি থকা চৰাইৰ জীৱন্ত ছবি। ৰজাই তিনিও ৰাণী আৰু তিনিও ৰাণী ৰজাৰ ফালে একেথৰে চাই কলে—এইয়া এইখনেই আমাৰ প্ৰাসাদ গছ-গছনি। এজনী ৰাণীয়ে আনজনীৰ ফালে চাই পুনৰ কৈ উঠিল : 'একেবাৰে অনামিকা'। দ্বিতীয় ৰাণী উৰ্মিলাই কলে 'হুবহু উৰ্মিলা' উৰ্বশীয়ে ক'লে আৰু ওঠটিপি হাঁহিলে :

'এইজনী উৰ্বশী' অনামিকাই ক'লে :

উপস্থিত সকলো কৰ্মী, মানুহৰ মাজত এটা মৃদু গুণগুণান বাগৰি গ'ল। ওচৰ, দূৰ আৰু সকলো ঠাইতে বৈ থকা বহি থকা মানুহবোৰ কিছুমানে এবাৰ শিল্পী জাউদাইৰ ফালে আৰু কিছুমানে মূৰ্তিৰ ফালে, ৰজা-ৰাণীৰ ফালে চাই পঠিয়ালে কিছু সময় কৌতুহ'ল উদ্বিগ্নতাৰে পাৰ হ'ল। সকলোৰে দৃষ্টি কেৱল

শিল্পী জাউদাইৰ ওপৰত, ৰজা-ৰাণীৰ ওপৰত নিবিষ্ট। সকলোৰে নিবৰ আৰু কিছু সময় পাৰ হ'ল।

শিল্পী জাউদাই ৰজা-ৰাণীৰ মূর্তি সকলোৰে দেখা পোৱাকৈ এডোখৰ ওখ ঠাইত থৈ কৈ গ'ল:

"এইয়ে মোৰ নক্সা ৰাজপ্রাসাদৰ, অট্টালিকাৰ চিত্র আৰু ডিজাইন" কিছুমানে বুজিলে, কিছুমানে একো নুবুজিলে, আন কিছুমানে চিন্তা কৰি থাকোতেই ৰাজপাটত বহি থকা ৰজাই কৈ উঠিল:

"শিল্পী তুমি পাৰিবা তিনিও ৰাণীৰ কল্পনাৰ ঘৰ, অট্টালিকা, মহল বনাবলৈ। আৰম্ভ কৰা প্রাসাদ বনাবলৈ। তোমাক ধন, সোন, হীৰা, মণি-মুকুতা, শিল, পাথৰ, মার্বল যিমান লাগে দিয়া হব, ৰাজভঁড়ালৰ চাবি তোমাক দিয়া হ'ব আৰু যিমান বনুৱা শ্রমিক লাগে লগাব পাৰা। কেৱল মহলৰ কাম সোনকালে আৰম্ভ কৰিব লাগে।" ৰজাৰ কথাখিনি শিল্পীয়ে বৰ একান্তমনে তলমূৰ কৰি শুনি গ'ল, মূৰ দোৱাই ৰজাৰ হুকুম আৰু আজ্ঞা পালন কৰিবলৈ প্রতিজ্ঞা কৰিলে, অঙ্গীকাৰ কৰিলে, প্রতিশ্রুতি দিলে।

এবছৰ পাৰ হ'ল।

আৰু কিছু সময় পাৰ হ'ল।

শিল্পীয়ে ৰাজপ্রাসাদৰ কাম দিনে-ৰাতিয়ে বিৰামহীন, ক্লান্তিহীনভাৱে কৰি গৈ থাকিল। অট্টালিকাৰ কাম নির্বিচ্ছিন্নভাৱে আগবাঢ়িল।

এইয়া যেন শিল্পীৰ ৰাজপ্রাসাদ বনোৱা কাম নহয়। এইয়া যেন শিল্পীয়ে নিজেই তাৰ প্রেয়সীৰ বাবে সকলো স্বার্থ ত্যাগ কৰি কঠোৰ পৰিশ্রম কৰি বনাই গৈছে, সজাই গৈছে ধ্যানমগ্ন হৈ সৃষ্টিৰ সকলো ৰূপ সৌন্দর্য্য ঢালি দি, সাধনা কৰি পবিত্র প্রেমৰ চিৰযুগমীয়া এক উপহাৰ—যি উপহাৰ কালৰ বুকুত অহা যিকোনো ভৱিষ্যত সময়ৰ সোঁতত বিলিন হৈ নেযায়, লুপ্ত হৈ নেযায়, হেৰাই নেযায়, এই উপহাৰ চিৰস্থায়ী। পৃথিৱী, আকাশ, তৰা, গ্রহ-নক্ষত্র সকলো ধ্বংস হৈ গ'লেও শিল্পীৰ এই সৃষ্টি, এই উপহাৰ উজ্জল হৈ প্রেম আৰু ভাল পোৱাৰ জীয়াই থাকিব, ৰৈ থাকিব পবিত্র প্রেমৰ স্মৃতি চিন স্বৰূপে।

আৰু সময় পাৰ হ'ল।

বছৰ বাগৰিল।

চীনা শিল্পীয়ে নিজে ৰাজপ্রাসাদৰ ছবি আঁকে, তিনিও ৰাণীৰ ছবি আঁকে,

ধ্যানমগ্ন হৈ ৰাণী আৰু ৰাজপ্ৰাসাদৰ ফালে চাই তন্ময় মৌন আৰু স্বপ্ন বিভোৰ হৈ থাকে, গুৰুগম্ভীৰ হৈ থাকে আৰু অহৰ্নিশে হেজাৰ হেজাৰ বনুৱাৰ লগত কাম কৰে, দিহা পৰামৰ্শ দিয়ে আৰু নিজ হাতেৰে কামবোৰ কৰি গৈ থাকে, কৰি থাকে।

কেতিয়াবা আৰু প্ৰায়ে প্ৰথমা ৰাণী অনামিকা অকলে শিল্পীয়ে বনোৱা ৰাজপ্ৰাসাদ চাবলৈ আহে। সাজি থকা ৰাজপ্ৰাসাদ আৰু শিল্পীলৈ অপলক নয়নে চায় আৰু পুনৰ ৰাজভৱনলৈ ওলটি যায়। ৰাজপ্ৰাসাদৰ কাম এতিয়াও বহুত বাকী। আৰু কেতিয়াবা মাজু ৰাণী উৰ্মিলা, সৰু ৰাণী উৰ্বশী ৰাজপ্ৰাসাদ সজোৱা চাবলৈ আহে, চায় আনন্দত আৰু সুখী হয়। আনন্দ আৰু কৌতূহল সকলোৰে মনত। তিনিও গৰাকী ৰাণীৰ মনত প্ৰশ্ন আৰু হেজাৰ কৌতূহলৰ সজাই থকা অট্টালিকা তেওঁলোকে কল্পনা কৰা মতে, বিচৰা ধৰণে আৰু আশা কৰা মতে সজোৱা হৈছে জানো? তিনিও গৰাকী ৰাণীৰ মনৰ কল্পনা, ছবি শিল্পীয়ে দিন যোৱাৰ লগে লগে, সময় পাৰ হোৱাৰ লগে লগে বাস্তব ৰূপ দি যাব ধৰিলে। এইয়া যেন ঘৰ সজোৱা কোনো চীনা মিস্ত্ৰী নহয়, শিল্পী নহয়, কাৰিকৰ নহয়, এক যাদুকৰ শিল্পীয়ে তাৰ অলৌকিকতাৰে, আসফুল পৰশ আৰু বৰ যতনে সজাই গৈ আছে তাৰ কোনোবা নাম নজনা প্ৰেয়সীৰ বাবে, প্ৰেম আৰু ভাল পোৱাৰ, প্ৰেমৰ উপহাৰ দিবলৈ এক অনবদ্য, অদ্বিতীয় আৰু অতুলনীয় বিশ্ববিখ্যাত অট্টালিকাৰ ৰাজপ্ৰাসাদৰ।

সময় পাৰ হৈছিল।

বছৰৰ পিছত বছৰ পাৰ হৈছিল।

তিনিওটা অট্টালিকা এদিন সম্পূৰ্ণ হৈ উঠিল—গগনচুম্বী অট্টালিকা। শিল্পীয়ে নাম দিলে এটাৰ নাম অনামিকা।

আনটোৰ নাম উৰ্মিলা।

আৰু তৃতীয়টোৰ নাম উৰ্বশী।

তিনিও গৰাকী ৰাণী তেওঁলোকৰ নামেৰে অট্টালিকাৰ নামকৰণ কৰা বাবে আনন্দত অভিভূত হৈ পৰিল আৰু একান্তমনে সাধনা কৰি কাম কৰি থকা শিল্পীৰ প্ৰতি অকৃত্ৰিম শলাগ ললে।

এদিন তিনিও গৰাকী ৰাণী দূৰৰ পৰা বিখ্যাত শিল্পীৰ প্ৰতি চালে। শিল্পী গৰাকী অভিভূত হৈ ধ্যানমগ্ন হৈ কাম কৰি গৈ আছে: কাৰো ফালে তাৰ

চাবৰ সময় নাই, কথা পাতিবলৈ সময় নাই—সৃষ্টিৰ আনন্দত আত্মহাৰা হৈ কামবোৰ কৰি গৈ আছে—অপলক নয়নে আনন্দচিত্তে, সাধনাত সিদ্ধিলাভৰ আশাত অবিৰাম গতিৰে, নিৰবিছিন্নভাৱে। দিন কেতিয়া হ'ল, ৰাতি কেতিয়া হ'ল, সূৰ্য কেতিয়া ওলাল, অস্ত গ'ল, জোন কেতিয়া উদয় হ'ল, কেতিয়া ডুবি গ'ল, ৰাতি কেতিয়া হ'ল, মাজৰাতি কেতিয়া হ'ল, কেতিয়া ৰাতি পুৱাল—শিল্পী কাৰিকৰ খনিকৰৰ একোতে খবৰ নাই; এক অভিভূত আনন্দ আৰু সৃষ্টিৰ অফুৰন্ত প্ৰেৰণাই শিল্পীক বিভোৰ কৰি ৰাখিছে, মতলীয়া হৈ আছে প্ৰেম আৰু প্ৰেয়সীৰ ৰূপৰ মদিৰাত মুগ্ধ হৈ।

আৰু কিছুদিন পাৰ হ'ল।

আৰু এবছৰ পাৰ হ'ল।

ৰাৰিষা, জাৰ, জহ।

শৰত-হেমন্ত পাৰ হ'ল। বসন্ত আৰম্ভ হ'ল। অনামিকা, উৰ্মিলা আৰু উৰ্বশী নামৰ তিনিটা অট্টালিকা ৰাজপ্ৰাসাদ সম্পূৰ্ণ হৈ উঠিল। নানান কাৰুকাৰ্য-খচিত, মণি-মুকুতা, মৰকত, মাৰ্বল পাথৰ লগোৱা হ'ল আৰু অট্টালিকাৰ কিছু অংশ কেইটামান কোঠালীসহ চিৰপ্ৰবাহিত মায়ামতী নৈখনৰ ওপৰত বনোৱা হৈছে, যাতে গৰম দিনত ইচ্ছা কৰা মতে ৰাণীসকলে শীতল পানীৰ ওপৰত সজোৱা কোঠালীত বাস কৰিব পাৰে, থাকিব পাৰে। অৱশেষত শিল্পীয়ে এদিন কলে:

"ৰজা মহাশয় অট্টালিকা সম্পূৰ্ণ, কালিৰ পৰা অট্টালিকাত থাকিব পাৰে"। শিল্পীৰ কথাখিনি আনন্দ মিহলি হৈ ওলাই আহিছিল আৰু আনন্দত আপ্লুত হোৱা শিল্পীৰ কথাখিনি অন্তৰ উজাৰি ওলাই আহিছিল।

ৰজাৰ ফালৰ পৰা, ৰাণী তিনি গৰাকীৰ পৰা শুভ কামনা কৰি পূজা-পাতল দিয়া হ'ল, আৰু দান-দক্ষিণা যাক যি দিব লাগে দিয়া হ'ল। গণক, ব্ৰাহ্মণ, জ্যোতিষী, পণ্ডিত, শাস্ত্ৰজ্ঞ সকলোকে মাতি গণনা কৰা হ'ল—নতুন অট্টালিকা লোৱাৰ শুভ লগ্ন, সময় চোৱা হ'ল। ঠিকনা চোৱ হ'ল। পালেং ফাৰ্নিচাৰ আৰু ঘৰ সজোৱা বস্তু, টেবুল, চকী-মেজ, চোফা ছেট, হৰিণাৰ শিং বাঘৰ ছাল আৰু আন আন আচবাব যত যি লাগে বিধে বিধে আনি সজোৱা হ'ল। এনেকি দেশ-বিদেশৰ পৰাও পিতল আৰু ৰূপৰ ওপৰত মিনা কৰা পালেং, টেবুল, চোফাছেট, এছট্ৰে আদিও আনি সজোৱা হ'ল। ৰজা ঘৰৰ

কথা—পৃথিৱীৰ ভিতৰতে বিখ্যাত আৰু মূল্যবান বস্তুসমূহ অনা হ'ল আৰু অট্টালিকা সজোৱা হ'ল। চাকি, বন্তি ব'ত যি অলাৰ লাগে অলোৱা হ'ল।

অনামিকা, উৰ্মিলা আৰু উৰ্বশী নামৰ তিনিওটা পৃথিৱীবিখ্যাত, অদ্বিতীয়, অতুলনীয় অট্টালিকাত তিনিও গৰাকী মহিষী শুভ লগ্ন আৰু যথাসময়ত গৈ সোমাল। চাৰিওফালৰ পৰা মঙ্গলবাদ্য—শঙ্খ, কাঁহ, ঘণ্টা, ডবা বজোৱা হ'ল। তিনিও গৰাকী মহিষীৰ সপোন দিঠকত পৰিণত হ'ল। অনামিকা, উৰ্মিলা আৰু উৰ্বশীৰ সন্মুখত বিশ্বৰ বিভিন্ন দেশৰ পৰা, ঠাইৰ পৰা দিনত ফুলা ফুল, ৰাতি ফুলা ফুল, পানীত আৰু পুখুৰীত হোৱা ফুল ভিন্ন ভিন্ন ৰঙৰ, বিবিধ জাতৰ আনি লগোৱা হ'ল—গোলাপ কামিনী-কাঞ্চন, জুতি মালতী, পাৰিজাত, নাহৰ, কৰবী, বকুল, শেৱালী, অশোক, ৰজনীগন্ধা, নাৰ্গিছ নাৰ্চিছাছ তগৰ, থলপদ্ম, তৰুৱাকদম, গুলচ, চেনিচম্পা, কাঞ্চন, পলাশ, সেউতী, মালতী, গুটিমালি, মাধৈ মালতী, ধতুৰা, সূৰযমুখী, সূৰ্য্যকান্তি, চন্দ্ৰকান্তি, আৰু কত কি যে ফুল। প্ৰতিটো অট্টালিকাৰ সন্মুখৰ ফুলনিত বৰ যতনে আৰু আলফুলে লগোৱা হ'ল। এই ফুলবোৰৰ কিছুমান দিনত আৰু আন কিছুমান নিশাত ফুলি অট্টালিকাৰ শোভা আৰু দুগুণে বঢ়াইছে—গুৱনি কৰি তুলিছে, ভাল লগা আৰু মনোৰম কৰি তুলিছে। তিনিও ৰাণীৰ সপোন আৰু কল্পনাৰ অট্টালিকা যিদৰে বিচাৰিছিল—আশা কৰিছিল—সপোনত, বাস্তৱত ঠিক সেইদৰেই শিল্পীয়ে বনালে, সজালে আৰু অৱশেষত তিনিও ৰাণী নিজৰ অট্টালিকাত সোমাল, মহা আনন্দত সকলো শেষ হ'ল।

পিছদিনা ৰজাৰ ফালৰ পৰা শিল্পীক দিবলৈ সোণৰ মুদ্ৰা ৰাজভঁড়ালৰ পৰা আনি ৰজাই শিল্পীক মাতি পঠিয়ালে। দূত গ'ল শিল্পী থকা ঠাইত। শিল্পীক বিচাৰি ৰাজদৰবাৰত আনিবলৈ, লৈ আহিবলৈ ৰজা আৰু তিনিও ৰাণীৰ ওচৰলৈ। ৰজা, তিনি গৰাকী ৰাণী ৰাজপাটত বহি শিল্পীৰ অহালৈ অপেক্ষা কৰিলে। কিছু দূৰৈত অন্যান্য কৰ্মচাৰী, গুণী-জ্ঞানী-পণ্ডিত, ব্ৰাহ্মণ আৰু নিমন্ত্ৰিত অতিথি। সকলোৱে বাটৰ ফালে মুখ কৰি দূত আৰু শিল্পী অহালৈ বাট চাই অপেক্ষা কৰিলে।

কিছু সময় নীৰৱে পাৰ হ'ল।

ৰজা, ৰাণী আৰু অন্যান্য সকলোৱে কিছু উদ্বিগ্ন। শেষত দূত ঘূৰি আহিল কিন্তু অট্টালিকা সজোৱা শিল্পী, খনিকৰ, কাৰিকৰ, লগত অহা নাই। সকলোৱে

ওভতি অহা দূতৰ ফালে চালে, চকু দুটা কিছু ডাঙৰ কৰি, মূৰ তুলি দূতৰ চকুৰেমুখে চাই পঠিয়ালে।

"মহাৰাজ, শিল্পী তাৰ কোঠাত নাই। ওচৰে-পাজৰে যিমানদূৰ যাব পাৰি গৈও শিল্পী জাউদাইক বিচৰা হ'ল—কিন্তু শিল্পীক বিচাৰি পোৱা নগল"। দূত-জনৰ কথাখিনি বৈ বৈ ওলাইছিল—ভয়, হতাশা আৰু নিৰাশাত। তাৰ পিছত ৰাজ্যৰ চাৰিওফালে মানুহ লগাই দূত পঠিয়াই বিচৰা হ'ল—নিজ ৰাজ্যৰ ওপৰিও ওচৰ-চুবুৰীয়া সকলো ৰাজ্যত খবৰ কৰি, বিচাৰি চলাথ কৰা হ'ল—কিন্তু শিল্পীক, অট্টালিকা সজোৱা কাৰিকৰ, খনিকৰ, স্থপতিবিদক কতো বিচাৰি পোৱা নগল আৰু ক'ত আছে, পৃথিৱীৰ চাৰিওফালে থকা সকলো দেশ, মহাদেশ, উপমহাদেশ, সাগৰৰ পাৰৰ দেশ, সাগৰ, মহাসাগৰ পানীৰ মাজত থকা দ্বীপ, উপদ্বীপ, মৰুভূমি, হাবি-বননি কতো বিচাৰি পোৱা নগ'ল, কোনো খবৰও পোৱা নগ'ল। যুগৰ পিছত যুগ, শতাব্দ পাৰ হ'ল কিন্তু চীনদেশৰ সেই মহান স্রষ্টা খনিকৰ শিল্পীক বিচাৰি পোৱা নগ'ল আৰু আজিও পোৱা নাই।

সময়ৰ সোঁতত সকলো কথা মলান হৈ গ'ল, পুৰণি হৈ গ'ল। কিন্তু চীন-দেশৰ সেই শিল্পী গৰাকী বিখ্যাত, অদ্বিতীয় কাৰিকৰৰ কথা মানুহৰ মুখে মুখে কিম্বদন্তী হৈ চলি আহিছে। লোককথা, জনশ্ৰুতি হৈ জীৱন্ত হৈ আছে। ৰজা পিতাম্বৰ নাৰায়ণ চৌধুৰী, অনামিকা, উৰ্মিলা আৰু উৰ্বশীৰ নাম শ্ৰদ্ধাসহকাৰে সকলোৰে মাজত প্ৰজা, ৰায়ত, কোৰফা প্ৰজা আৰু ৰতনপুৰত জীয়াই আছে। বহুতৰ মতে আৰু হেজাৰ হেজাৰ মানুহে বিশ্বাস কৰা মতে ৰজা পিতাম্বৰ নাৰায়ণ চৌধুৰীৰ তিনি মহিষীৰ বাবে অট্টালিকা সজাবলৈ সেয়া স্বয়ং বিশ্বকৰ্মা আহিছিল—দেৱতা আহিছিল।

## পোন্ধৰ

চাপৰিৰ নাম নায়েৰ আলগা, শুক চৰ, মাণিকা চৰ, পোৰাৰ চৰ, বাঘৰ চৰ, মাজৰ চৰ, গাইবান্ধাৰ চৰ, মহৰাৰ চৰলৈ মাণিক জোতদাৰৰ জোতদাৰী। ব্ৰহ্মপুত্ৰৰ দুইপাৰে অৱস্থিত এই চৰসমূহ মানুহৰ বসতিৰ আগত কহুৱা বন, ঝাউ গছ, ইকৰা, বাঁহ, আঁহত গছ, বট গছেৰে, ঘন আৰু অটব্য হাবি। বাঘ, শিয়াল, গাহৰি, ভালুক, কেটলা পহু, মৰা চৰাই আৰু অন্যান্য জীৱজন্তু,

চৰাই-চিৰিকতীৰে ভৰপুৰ হাবি জঙ্গল। মানুহৰ বসতি নাই। বাৰিষা প্ৰায়বোৰ চৰত পানী উঠে আৰু বুৰ যায়। বিশাল ব্ৰহ্মপুত্ৰ নৈৰ পলস বছৰৰ পিছত বছৰ ধৰি পৰি, জমা হৈ চৰসমূহৰ সৃষ্টি আৰু সেয়ে বৰ সাৰুৱা আৰু যিকোনো খেতিৰ উপযোগী। ধান, মৰাপাট, মাহ, সৰিয়হ, তিল, তিশি, চীনাধান, গমধান, বাওঁ, শালী, আলু আদিৰ খেতি উভৈনদী হৈ পৰে। তেতিয়াৰ জমিদাৰ প্ৰতাপ নাৰায়ণ চৌধুৰীৰ লগত আলোচনা কৰি মাণিক জোতদাৰে মৈমনসিং, পাবনা, ৰংপুৰ, কোচবিহাৰ, বগুৰা আদি বেঙ্গলৰ জিলাসমূহৰ পৰা পৰিশ্ৰমী কৃষক আৰু কৃষি-বনুৱা আনি প্ৰথম অৱস্থাত বছৰেকীয়া ভত্তিত খেতি কাৰবলৈ দিয়ে আৰু ৰাখে। কিন্তু পিছলৈ এই কাম কৰোতে কিছু বাধা আৰু অসুবিধাৰ সন্মুখীন হয়—বছৰেকীয়া ভিত্তিত খেতি কৰিবলৈ দিয়া বাবে মানুহবোৰ মনপুতি খেতি নকৰে, আৰু খেতিৰ ফচল আদি জোতদাৰক দিওঁতে ঠিকমতে নিদিয়ে আৰু পাৰ লগা খিনি নেপায়। সেইয়ে মাটিৰ খাজনা লৈ জোতদাৰসকলে এই খেতিয়ক আৰু কৃষি-বনুৱা সকলোকে কোৰফা প্ৰজা হিচাবে বহুৱালে আৰু খেতিৰ ভোগ দখল কৰি খাবলৈ স্বত্ব প্ৰদান কৰিলে। এই পৰিশ্ৰমী খেতিয়কবোৰৰ বাবে চৰ, চাপৰিসমূহত একে দিনাই, একে বছৰতে বসতি আৰু খেতি কৰা সম্ভৱ হোৱা নাই। প্ৰথম অৱস্থাত বাঘৰ লগত যুদ্ধ কৰিব লগা হৈছিল, গভীৰ আৰু ভয়াবহ জঙ্গল কাটি পৰিস্কাৰ কৰিব লগা হৈছিল। বহুত মানুহক বাঘে আক্ৰমণ কৰিছিল আৰু কোনো কোনো চৰ-চাপৰিত এশটা বাঘৰ লগতো প্ৰজাসকলে যুঁজ দিব লগা হৈছিল, প্ৰাণ দিব লগা হৈছিল। তথাপি মানুহবোৰ বাঘৰ চৰ এৰি যোৱা না ছল—যুদ্ধত মানুহ মাৰছিল, বাঘও মৰিছিল—আৰু এদিন মানুহৰ জয় হৈছিল। আৰু এটা সময়ত বাঘে চৰ এৰি নতুন হাবি জঙ্গললৈ গুচি গৈছিল। মানুহবোৰ চৰত বৈ গৈছিল এটাৰ পিছত আনটো খেতি কৰি ভঁড়াল ভৰাইছিল। পৰিশ্ৰমী মানুহবোৰ বাঘৰ আক্ৰমণ, বানপানী, মহামাৰী, সাপ বিচ্ছু সকলোকে খেদি পঠিয়াই নিজৰ জাগাজমা উৰুৱাই বসতি কৰি বৈ গ'ল। পুৰণি মানুহখিনি প্ৰথম চৰত অহা মানুহখিনিৰ মহামাৰীত মৰি জহি, আৰু বাঘে খোৱাৰ পিছত, সাপে দংশন কৰাৰ পিছত যিখিনি মানুহ বৈ গ'ল এতিয়াৰ জোতদাৰৰ কোৰফা প্ৰজা, সেইবোৰ মানুহেই সেইসকল পৰিশ্ৰমী খেতিয়ক বায়তেই।

পহিলা বহাগৰ প্ৰথম বৰষুণজাক কেইদিনমান আগতে পৰিছিল। চাপৰিৰ ধূলি-বালিবোৰ নিকা আৰু পৰিষ্কাৰ হৈ পৰিছিল। চৰৰ প্ৰত্যেকখন পথাৰত মৰাপাট, আহুধান, তিল কাউনৰ গছবোৰৰ সেউজীয়া কুঁহিপাতবোৰ লহপহকৈ বাঢ়ি আহিছিল নিজা প্ৰতিশ্ৰুতি লৈ। দূৰ, বহুদূৰৰ পথাৰবোৰত কেৱল নকৈ সজা সেউজীয়া পাতৰ মৰাপাট, ধান, তিল ( আহুতিল, বাৰিষাত হয় ) কাউনৰ গছবোৰ বিয়পি আছিল আৰু আছিল কেঁচা পলসুৱা মাটিৰ ভাল লগা গোন্ধ, ঘাঁহ বনৰ গোন্ধ, আৰু নতুন নতুন কুঁহিপাতৰ ভাল লগা গোন্ধ। পথাৰে পথাৰে পৰিশ্ৰমী খেতিয়কসকল অবিশ্ৰান্ত হৈ অক্লান্ত হৈ খেতিৰ কাম কৰি গৈ আছে। কিছুমানে হালবোৰ মাৰি মৈয়াই গৈ আছে। আন কিছুমানে নকৈ গজা ধান, মৰাপাটৰ মাজত গজি উঠা ঘাঁহ-বনবোৰ নিকাই দিছে, উঘালি দিছে। মলা ধপাতৰ হোকা লগাই টানি ধোঁৱাবোৰ নাক আৰু মুখেৰে উলিয়াই দিছে। কৰ্মব্যস্ত পৰিশ্ৰমী খেতিয়কসকল নিৰবচ্ছিন্ন আৰু অবিৰাম গতিৰে কামবোৰ কৰি গৈ আছে। পথাৰেই জীৱন-যৌৱন, ঘৰ সংসাৰ সকলো, সুখ দুঃখ, হাঁহি-আনন্দ সকলোৰে গুৰি মূল খেতি আৰু পথাৰ।

বেলি পুব আকাশৰ পৰা মূৰৰ ওপৰেদি বাগৰি পশ্চিম আকাশৰ ফালে গতি কৰিছিল। বহাগৰ ৰ'দজাক টান আছিল যদিও পুবফালৰ পৰা বৈ অহা সমীৰণজাক শীতল আৰু ভাল লগা আছিল। শীতল বতাহ জাকৰ লগত পথাৰে পথাৰে কাম কৰি থকা খেতিয়ক বন্ধুৱাই গোৱা ভাটিয়ালী, জাৰি, মালচী, কুষাণ আদি গীতৰ ভাল লগা সুৰ পথাৰৰ পিছত পথাৰ পাৰ হৈ বৈ আহিছিল। খেতিৰ কাম কৰোতে বহুতো খেতিয়ক বন্ধুৱাই কিছুমা কয়, ভাটিয়ালী, কুষাণ, মালচী, জাৰি গীত গায়, চৰ-চাপৰিৰ প্ৰত্যেক গাওঁত ভাটিয়ালী, কুষাণ, মালচী, জাৰি গীতসমূহ ৰচনা কৰি দোতোৰা, বাঁহী, চাৰিন্দা বজাই সঙ্গত কৰি সুৰ দি গায়। প্ৰত্যেক গাৱঁত, প্ৰত্যেক চৰত আছে অলেখ কৰি, গীত ৰচক, লিখোতাসকল। এই ভাটিয়ালী আদি গীতবোৰ খেতি-পথাৰত কাম কৰোতে ৰচনা কৰে আৰু ধান, মৰাপাটৰ খেতি নিৰাবৰ সময়ত আৰু চপাবৰ সময়ত গায়।

এই গায়কবোৰৰ মাজত আৰু ওচৰা-ওচৰিকৈ কাম কৰি থকা দুখন পথাৰৰ বন্ধুৱা আৰু খেতিয়কৰ মাজত গীতৰ মাজেৰে গালি-শপনি দিয়ে, প্ৰশ্ন কৰে আৰু আনন্দলে প্ৰতি উত্তৰ গীতৰ মাজেৰে দিব লাগে আৰু দিয়ে। এই

ভাটিয়ালী আৰু গীতসমূহ ভাগকৰা খেতিয়কৰ জীৱনৰ হাঁহি, আনন্দ আৰু জীয়াই থকাৰ প্ৰেৰণা, জীয়াই থাকিবলৈ অবিহণা যোগায়, মনোবল দিয়ে— সকলোৰে লগত বন্ধুত্ব বঢ়ায়। সকলোকে একেলগে একেখন সমাজত পৰম্পৰা বজাই মিলাপ্ৰীতিৰে থাকিবলৈ বাট ৰচনা কৰে। এয়েই চৰ-চাপৰিত বাস কৰা পৰিশ্ৰমী খেতিয়কৰ জীৱনৰ ছবি।

মাজ পথাৰৰ আঁহত গছজোপাৰ তলত কেইজনমান খেতিয়ক, বয়ৰা হাল গৰু সামৰি থৈ আহি বহিছিল। দুপৰীয়াৰ পিছৰ বেলিৰ ৰ'দজাক টান আছিল। পথাৰৰ পৰা প্ৰায়বোৰ মানুহ ঘৰমুৱা হৈছিল।

বৈ যোৱা আঠ-দহজন মানুহ আঁহত গছজোপাৰ তলত বহি শেষবাৰৰ বাবে মলা ধপাতৰ হোকা লগাই লৈ এজনৰ পিছত আনজনে টা'নছিল বৰ তৃপ্তিৰে, ঘৰলৈ যোৱাৰ আগতে শেষবাৰৰ বাবে।

"সৌৱা মাণিক জোতদাৰৰ বাথান, ম'হৰ বাথান আমাৰ ফালে আহি আছে।" বহি হোকা টানি থকা বদৰ, নছেৰ, মছেৰ, হায়দৰ আৰু দাৰোগ আলীয়ে মূৰ তুলি চালে। বছিৰউদ্দিনে পুনৰ কৈ গল: "এবাচোন মাণিক জোতদাৰৰ ম'হৰ বাথান—হাজিৰ চৰৰ পৰা আহি আছে। মৈবাল খেদি লৈ আহিছে শ শ ম'হ; সৰু, ডাঙৰ খিতৰী ম'হ, পোৱালী, দমৰা, মেনা ম'হবোৰে হেম্বা হেম্বা, কৰি আহি আছে কাছিৰ মৈবালৰ মূৰত পাগুৰী. কান্ধত সৌভাল ভলুকা বাহৰ লাঠি" বছিৰউদ্দিনে কথাখিনি বহি থকা সকলোকে উদ্দেশ্য কৰি ক'লে—সকলোৰে বছিৰৰ কথাত, হয়ভৰ দিলে যদিও সকলোৰে দৃষ্টি ম'হৰ বাথানৰ ফালে। সকলোৰে চালে ম'হৰ বাথান আৰু দেখিলে মহৰ পালৰ পিছত পাল ম'হমৈবাল খেদি লৈ আহি আছে হাজিৰ চৰৰ পৰা।

মলা ধপাতৰ হোকাটো পুনৰ এক টান মাৰি ধোঁৱাবোৰ নাক আৰু মুখেৰে ওপৰলৈ এৰি দি বছিৰউদ্দিনে পুনৰ কৈ গ'ল।

এইয়া দেখিছ নহয় ম'হৰ বাথান, মাণিক জোতদাৰৰ বাথান। বাৰিষাৰ ছয় মাহ পাহাৰৰ দাঁতি কাষৰীয়া ওখ ঠাই ভাৰু হাবিলৈ লৈ যায়। আৰু খৰা লৰ ছয় মাহ পুনৰ পাহাৰৰ পৰা নামি আহে ম'হবোৰ লৈ হাজিৰ চৰ আৰু অন্য চৰ-চাপৰিবোৰলৈ। নকৈ গজি উঠা নলখাগৰি, কহুৱা বন, ঘাঁহবোৰ খুৱাবলৈ। বাৰিষা হোৱাৰ আগে আগে, চল আৰু বাৰিষাৰ

পানীয়ে চৰ-চাপৰিবোৰ বুৰ যোৱাৰ আগে ম'হবোৰ পুনৰ নিৰাপদ পাহাৰ আৰু ঘাঁহ বন থকা ওখ ঠাইলৈ লৈ যায়।

ম'হৰ বাথান সকলোৱে নেথাকে আৰু সকলো মানুহে ইয়াক ৰাখিব নোৱাৰে। সকলোৰে ভাগ্যত নহয় আৰু নেমানেও। লক্ষ্মী বস্তু। ৰজা, জমিদাৰ, জোতদাৰ সকলে বাথান ৰাখিব পাৰে। বৰ কষ্টসাধ্য কাম আৰু দক্ষ, অভিজ্ঞ, পৰিশ্ৰমী আৰু পাকৈত মৈৰাল আৰু বিশ্বাসী মানুহৰ দৰকাৰ। মহ খিৰাই মোনে মোনে দৈ, গাখীৰ, মাখন বেঁচি পোৱা টকা মৈৰালে মালিকক দিব লাগিব। ম'হবোৰৰ প্ৰতি মৰম আৰু নিজহাতে ঘাঁহ খুৱাব লাগিব। ম'হবোৰক খেদি একে ঠাই আৰু নিৰাপদ ঠাইত গোট খুৱাই ৰখা, বাঘ, সিংহ আৰু অন্য নিৰস্ত্ৰ জন্তুৰ আক্ৰমণৰ পৰা সদায় নিৰাপদ ঠাইত ৰখা আৰু বচাই ৰখা। ধুমুহা, তুফান, শিল, বৰষুণ হোৱাৰ আগত ম'হবোৰ ম'হ ঘুৰি নিৰাপদ খোৱাৰ আৰু খুটিত বান্ধি ৰখা।

মৈৰাল আঠ-দহ জনলৈকে থাকে, বিশ-পচিছ জনলৈও থাকে আৰু ৰাখে। বাথান আৰু বাথানৰ ম'হৰ সংখ্যাৰ ওপৰত নিৰ্ভৰ কৰে ৰজা, জমিদাৰ জোতদাৰৰ ওপৰত নিৰ্ভৰ কৰে। সকলো মৈৰালৰ ওপৰত এজন পুৰণি, বয়োজেষ্ঠ আৰু অভিজ্ঞ মৈৰাল থাকে যাক সাধাৰণতে চৰ্দাৰ বুলি কোৱা হয়। বাথানৰ দায়িত্ব এই চৰ্দাৰ মৈৰালৰ ওপৰত থাকে। মৈৰাল হবলৈ হ'লে কেইবাটাও গুণ থকা দৰ্কাৰ। প্ৰথমতে ডেকাজন বুদ্ধিমান আৰু সাহসী হ'ব লাগিব। নিৰোগী আৰু পালোৱান বলিষ্ঠ পুৰুষ হ'ব লাগিব, যিজনে দৈ, গাখীৰ, মাখনৰ, ঘিউৰ ভাৰ কঢ়িয়াই আঠ-দহ মাইল লৈ যাব পৰা হ'ব লাগিব। মুখ্য আৰু অভিজ্ঞ মৈৰাল চৰ্দাৰৰ ওপৰত দীক্ষা লব লাগিব। প্ৰত্যেকজন মৈৰাল ভাল ভটিয়ালী নিজে ৰচনা কৰি সুৰ দি, দোতোৰা আৰু চাৰিন্দা বজাই, বাঁহী বজাই গাব পৰা হ'ব লাগিব। কছিৰ মৈৰালৰ গান এটি গাওঁ শুনা:

"গেলে কি আৰ আসিবেন মোৰ মাহুত বন্ধুৰে"....

ৰাছৰউদ্দিনৰ ভটিয়ালী গোৱা শেষ হোৱাৰ লগে লগে মাণিক জোতদাৰৰ ম'হৰ বাথান আৰু ম'হৰ পাল বটগছ জোপাৰ ওচৰেদি যোৱা বাটত উঠিছিল। বাথানৰ আগে, পিছে মৈৰাল প্ৰত্যেকৰ হাতত ভলুকা বাঁহৰ লাঠি আৰু কছেৰৰ ভিডিত ওলোমাই লৈছে এটা দোতোৰা।

হঠাৎ মছেৰে কৈ উঠিল :

"ম'হবোৰ পাহাৰৰ ফালে নেথেদি মাণিক জোতদাৰৰ ঘৰৰ ফালে খেদি নিছে কিয়—" বছিৰউদ্দিনৰ ফালে তীব্ৰ চাৱনিৰে চাই মছেৰউদ্দিনে কথাখিনি ক'লে বছিৰউদ্দিনক উদ্দেশ্য কৰি। হোকাৰ ধোঁৱাবোৰ ওপৰলৈ এৰি দি হোকাটো মছেৰৰ ফালে আগবঢ়াই দি তামোল এখন মুখত ভৰাই বছিৰে কৈ গ'ল পুনৰ।

"এৰা কথা সেইখিনিতে। পৰম্পৰামতে আৰু পূৰ্ব-পুৰুষৰ পূৰ্বফালৰ ৰীতি-নীতিমতে বছৰৰ এটা দিনত ম'হবোৰ মালিকৰ ঘৰত ঘৰ দেখুৱাবলৈ লৈ আহে। এৰাতি মালিকৰ ঘৰত বাঁধে ৰজা, জামদাৰ, জোতদাৰ যিয়ে মালিক নহওক কিয়। আৰু বাথানৰ ম'হ ৰখা দিনটোত ঘৰত মঙ্গল কামনা কৰি নাম-কীৰ্তন, পূজা পাতল কৰে, মঙ্গলবাদ্য বজোৱা হয় আৰু জামদাৰ হ'লে ৰাণীমা, ৰাজমাতা আৰু জোতদাৰ হ'লে জোতদাৰণীয়ে সৰু, ডাঙৰ, পোৱালী, দমৰা, মেনা খিৰতী সকলো ম'হক নিজহাতে মৰম কৰি নিমখ পানী আৰু আধাসেৰ নিমখ প্ৰত্যেক মহক খুৱায়। জনশ্ৰুতি আৰু বিশ্বাস মতে, পালন কৰা অহা আৰু মানি অহা নিয়মমতে মালিকনিৰ হাতৰ নিমখ খোৱা ম'হ কেতিয়াও বাথান এৰি নেযায়। বাথানৰ উন্নতি হয়, ম'হ বাঢ়ে দুগুণ, তিনিগুণ হয়।" কথাখিনি কৈ শেষ কৰাৰ লগে লগে মাণিক জোতদাৰৰ শ শ ম'হ হেৰা, হেৰ, কৰ, মাণিক জোতদাৰৰ ঘৰৰ ফালে আগবাঢ়িল। বাহিৰ থকা সকলোৰে অপলক নয়নে মৌন আৰু কিছু ভয় মিহলি কৌতুহল হৈ খেদি লৈ যোৱা মৈৰাল আৰু মহৰ পালৰ ফালে চাই থাকিল। সকলোৰে গা-মন ভাল লাগি গ'ল।

তেতিয়া বেলি লহিয়াইছিল। বট-গছৰ তলত আৰু বেছি পৰ নবৈ জুমুঠি, ভুতা, তামাখুৰ মোনা আৰু হোকা হাতত লৈ প্ৰত্যেকেই নিজৰ নিজৰ ঘৰলৈ খোজ ললে। পুৱফালৰ পৰা বৈ অহা পাতল মৃদু বতাহ জাকে নকৈ গজি উঠা ধান, মৰাপাটৰ সেউজীয়া কুঁহিপাতবোৰ কপাইছিল জৰ-জৰ শব্দ কৰি, প্ৰত্যেকৰ গা-মন জুৰ পেলাইছিল। আগলৈ কিছু দূৰত মানিক জোতদাৰৰ ম'হৰ পাল, ম'হৰ বাথান; পিছে পিছে বছিৰ, মছেৰ কছেৰ, ফাজৰ, হায়দৰ খোজ দিলে নিজৰ নিজৰ ঘৰলৈ।

# যোল্ল

জমিদাৰ, জোতদাৰ সকলোৰে পূৰ্বে ১২০৬ খৃঃ-ত বঙ্গদেশৰ শাসনকৰ্তা বখতীয়াৰউদ্দিন খিলজী কামৰূপ ৰাজ্য আক্ৰমণ কৰে। তেওঁক বাট দেখুৱাই লৈ অহা অলি মেছ বখতীয়াৰউদ্দিনৰ ওচৰত মুৰিদ হয়, ইছলাম গ্ৰহণ কৰে আৰু নাম লয় মঃ আলি মেচ। ইয়াৰ পিছত কামৰূপ ৰাজ্য মুছলমান সেনাপতি দিল্লীৰ বাদছাহৰ নিৰ্দেশমতে আক্ৰমণ কৰি জয় কৰে আৰু শাসনকাৰ্য্য চলাবলৈ ঠায়ে ঠায়ে শাসনকৰ্তা নিয়োগ কৰে। এই আক্ৰমণৰ সময়ত সৈন্য, চিপাহী, যোদ্ধা হিচাবে অহা বহুত তুৰ্কী, আফগান, মোগল, পাঠান অসমত বৈ গৈছিল। সময়ৰ সোঁতত তেওঁলোকৰ হাতৰ তৰোৱাল, দেহৰ বৰ্ম, বন্দুক, মূৰৰ পাগুৰী, টুপি শেৰৱানী, পায়জামা কুৰ্তা এক:ষৰীয়া কৰি থলে, পাহৰি গ'ল নিজৰ মাতৃভাষা তুৰ্কী, পাৰ্চী, আৰবী, কাজাল, বলণ, পুস্ত সকলো সময়ৰ বাবে, আগলৈ অহা সকলো কালৰ বাবে। তেওঁলোক অসমৰ মাত কথা, ভাষা, জীৱন-ধাৰণ, চলন-ফুৰন, আচাৰ-ব্যৱহাৰ পিন্ধন-উৰণ সকলোতে হৈ পৰিল অসমীয়া। কেৱল বৈ গ'ল তেওঁলোকৰ ধৰ্ম ইছলাম। বাৰশ শতাব্দীত অহা সেইসকল মানুহ অসমৰ থলুৱা মুছলমান, অসমীয়া মুছলমান, অসমীয়া।

বাৰশ শতাব্দীৰ পূৰ্বেও অসম তথা কামৰূপ ৰাজ্যত ইছলামৰ পবিত্ৰ বাণীলৈ, চৰিয়ত হকিকত, মাৰফৰ তত্ত্বকথা, জ্ঞান আৰু সিদ্ধিলাভ কৰা ফকিৰ, আউলীয়া, দৰবেচ, পীৰ চাহাব, ওলেমা ই ইকৰাম, গাউছ, কুতুব সকল, হজৰতসকল আহিছিল। তেওঁলোকৰ ভিতৰত ধুবুৰীৰ পাছ পীৰৰ বৰপুৰৰ হজৰত আউলীয়া ইক্ৰামুদ্দিন, গোৱালপাৰালৈ খোৰাচান দেশৰ পৰা অহা খোৰা চানী চাহাব আৰু তেওঁৰ ল'ৰা, ছাহ চৈয়দ নাছিৰুদ্দিন বোগদাদী, বগা পীৰ চাহাব, হজৰত মখদুম চাহ, হজৰত আৰব চাহ, হজৰত নেয়াজ খান আৰু কাছাৰ জিলালৈ হজৰত শাহ জালাল চাহাব অন্যতম। এই চুফীবাদ লৈ অহা আউলীয়াসকলে নিজৰ কেৰামতি ধৰ্মতত্ত্ব জ্ঞানেৰে মানুহক মুগ্ধ কৰি দুখীয়া, পদদলিত, অবহেলিত, সৰ্বহাৰা সকলৰ লগত থাকি, নিজৰ হুজৰাত ৰাখি আশ্ৰয় দি সহায় কৰি

মৰম আৰু চেনেহৰ দ্বাৰা পৰম করুণাময় দয়ালু আল্লাৰ হুকুম আৰু অনুগ্রহত এই পদদলিত দুখীয়া মানুহবোৰৰ কিছুমানে ইছলাম গ্রহণ কৰে, মুছলমান হয়। ইয়াৰ উপৰিও প্রতি বছৰে বিশেষকৈ খৰালী কালত উত্তৰপ্রদেশৰ জৌনপুৰ, দিল্লী, আদি ঠাইৰ পৰা বহুতো বুর্জগানে দ্বীন, ওলেমা-সকল চফৰ কৰিবলৈ আহে, তবলিগ কৰিবলৈ আহে। ইছলাম ধর্মৰ পবিত্র বাণী, ভ্রাতৃত্ব বন্ধন, গুৰি কথা তত্বজ্ঞানৰ বিষয়ে, হাদিছ, কোৰাণৰ বিষয়ে গাওঁ, চৰ চাপৰিত ধর্মসভা আৰু কেম্প কৰি মানুহৰ মাজত ওয়াজ কৰি শুনায়। এই ওলেমা সকলৰ নিঃস্বার্থ পৰিশ্রম আল্লাৰ প্রতি থকা ভক্তি, প্রেম আৰু ইছলামৰ ওপৰত থকা বিশ্বাসৰ ফলত বহুতো মানুহ ইছলাম ধর্মত দীক্ষিত হয় আৰু ইছলাম ধর্ম গ্রহণ কৰে। এইখিনিতে উল্লেখনীয় যে ৰংপুৰ, পাবনা, মৈমনসিং আদি ঠাইৰ পৰা জমিদাৰ, জোতদাৰ সকলৰ পূর্বে অহা মুছলমান খেতিয়ক, কৃষি বনুৱাসকল, চৰ-চাপৰিৰ ওপৰাও খামাৰ, ওখ শালী তলী বান-পানীত বুৰ নোযোৱা ঠাইত বসতি কৰে। বহু পূর্ব যুগৰ আগতে অহা এইসকল মুছলমানৰ মাত কথা প্রকৃত অসমীয়া নহলেও বঙালী নহয়। বঙলা শব্দ এটাও নাই। ই এটা সম্পূর্ণ স্বকীয়া ভাষা। ঠাইবিশেষে সলনি হৈ উচ্চাৰণৰ অলপ হেৰফেৰ হোৱা প্রকৃত অসমীয়া ভাষাৰ স্বকীয়া অংশ আৰু অসমীয়া ভাষা-সাহিত্য, শব্দৰ ভঁড়ালৰ অংশ। অসমীয়া জনা অসমীয়া মানুহেই ইয়াক বুজি পায়, বুজিবলৈ অলপো টান নেলাগে, আউল নেলাগে।

সময়ৰ সোঁতত এই মুছলমান মানুহবোৰৰ নাম প্রকৃত আৰবী শব্দৰ পৰা ফালৰি কাটি আহি বেলেগ ৰূপ লৈছিল। ফতেহউল্লাৰ ঠাইত ফটুয়া সুৰ, উল্লাৰ ঠাইত শাওলা হৈছিল।

ব্যক্তিগত জীৱনত হওঁক বা সামাজিক জীৱনতে হওঁক, সলনি হোৱা সময়ৰ ওচৰত মানুহৰ আৰু সমাজৰ সলনি হৈছে, পৰাজয় হৈছে। ই চিৰন্তন। ইয়াক বাধা দিবৰ ক্ষমতা কাৰো নাই আৰু কোনেও দিব পৰা নাই।

ৰংপুৰ, পাবনা, বগুৰা আদি ঠাইৰপৰা অহা মানুহৰ সমাজত, গাওঁত বাস কৰা মানুহখিনিৰ সামাজিক জীৱনধাৰা এই দেশৰ মানুহৰ লগত মিলি গৈছিল। ইছলাম-বিৰোধী ন'হলেও ইছলাম ধর্মৰ হাদিচত নথকা কিছুমান দেশীয় নিয়ম-নীতি মানুহবোৰৰ মাজত কৰ নোৱাৰাকৈয়ে প্রচলন আৰম্ভ হয়। বিয়া আৰু অন্য শুভ কামৰ সময়ত মহ-কাটি ভোগ খুওৱা ঢোল, হাৰমোনীয়াম, বাঁহী,

দোতোৰা, চাৰিন্দা বজাই গীত গোৱা তিৰোতাসকলে সিন্দুৰৰ ফোঁট লোৱা, নৃত্য কৰা আৰু সিন্দুৰ ম'হ, কল, পিঠা চাউল আদিৰে কলপুলিৰ তলত ভোগ দিয়া। বেমাৰ, আজাৰ, জ্বৰ বসন্ত হাইজা আদিৰ পৰা মুক্তি আৰু পৰিত্ৰাণ পাবৰ বাবে মাহ, বুট, কল, কুঁহিয়াৰ, অন্য ফল-ফুল, ৰঙা কাপোৰত বান্ধি লৈ পুৰণি আহত গছৰ তল, বাটৰ চাৰিআলিত ভোগ দিয়া ৰীতি নীতি এতিয়াও বহুত গাওঁত প্ৰচলিত হৈ আছে আৰু মুছলমান গাওঁৰ মানুহে মানে। বিশ্বাস আৰু লোকাচাৰ এতিয়াও আছে। ল ৰা-ছোৱালীৰ অসুখ, আৰু দেও ভূত-প্ৰেতৰ পৰা ৰক্ষা পাবলৈ শুধ বগা কুকুৰা চৰাই, সেন্দুৰ, কল, লাক, পিঠা আদি ভূত থকা ঠাই ভাঙৰ আহত গছ, শিমলু গছৰ তলত ভোগ হিচাপে সেৱা জনাই দিয়া নিয়ম প্ৰচলিত আছে। সেইদৰে মানুহ মৰাৰ পিছত কান্ধত তুলি নি অয়াল ঠাইত পেলাই থৈ দৌৰ মৰাৰ নিয়ম নহলে ভূতৰ দেৱতাই ধৰিব।

এইবোৰ কৰিও মানুহবোৰ মুছলমানৰ হ দচৰ নিয়মমতে দোৱা দৰুদ পাঠ কৰে। মহৰম, শবেবৰাত, শবেকদৰ পালন কৰে। ৰোজা ৰখাৰ নিয়ম কেৱল বয়সীয়াল আৰু বুঢ়া বুৰ্জগ সকলে মানি ছল। চাফ-চকুন, পবিত্ৰতাৰ কথা এই ওলেমা মৌলবী, পীৰ চাহাব সকলে আহি যেতিয়া মোক্তব, মাদ্ৰাছা স্থাপন কৰি ইছলাম ধৰ্মৰ হাদিচ, কোৰান শ্বৰীফ আৰু দীমি তত্বৰ কথাবোৰ শিকাবলৈ ধৰিলে, মানুহবোৰৰ মাজত প্ৰচাৰ কৰিবলৈ ধৰিলে তেতিয়াৰ পৰা মানুহবোৰ মছজিদত গৈ দিনত পাচ ওয়াক্ত নামাজ, শুক্ৰবাৰৰ দিনা জুম্মাৰ নামাজ পঢ়িবলৈ, নমাজ আদায় কৰিবলৈ যোৱা হ'ল। কিছুমান ঠাইত মছজিদত ঢোল আৰু এতাৰা বজোৱা নিয়ম উঠাই দিয়া হ'ল। মছজিদত ঢোল বজোৱা নিয়ম অৱশ্যে এতিয়াও চিদাপুৰ, মালয়চিয়াৰ বহুতো ঠাইত প্ৰচলিত আছে।

পিছত ইছলামিক ৰীতি নীতি মতে কবৰ দি মৰাশ সৎকাৰ কৰা হ'ল, শনিৰ ভোগ, পথাৰৰ ভোগ, বেমাৰৰ ভোগ, ভূত-প্ৰেতৰ ভোগ, মাছ মৰাৰ, মাছ ধৰাৰ ভোগ, যাত্ৰাৰ আগত দিয়া ভোগৰ প্ৰথাবোৰ, অন্ধবিশ্বাস আৰু লোকাচাৰবোৰ লাহে লাহে সমাজৰ পৰা মুছলমানৰ মাজৰ পৰা নাইকীয়া হ'ল। কাৰণ বুৰ্জগ আৰু দীথি ইছলামৰ ওলেমা শাস্ত্ৰজ্ঞ পণ্ডিতসকলে ইছলামৰ প্ৰকৃত কথা কি, হাদিচ আৰু পবিত্ৰ কোৰান শ্বৰীফৰ মূল আৰু তত্ব কথাবোৰ মানুহবোৰৰ মাজত প্ৰচাৰ কৰি জনালে :

ইছলামৰ শুৰি কথা হ'ল মুঠতে পাঁচোটা।

১। কলিমা পঢ়া।

২। নামাজ পঢ়া ( আল্লাৰ নামত দিনত পাছবাৰ উপাসনা কৰা )

৩। হজ কৰা।

৪। ৰোজা ৰখা।

৫। জাকাত দিয়া।

কলিমা পঢ়োঁতে পঢ়িবৰ সময়ত আল্লাৰ ওপৰত সম্পূর্ণ বিশ্বাস আৰু ইমান আনি পঢ়িব লাগিব। আল্লা এজন—অদ্বিতীয়া, তেওঁৰ কোনো অংশীদাৰ বা শৰিক নাই। মোহাম্মদ ( দঃ ) তেওঁৰ প্ৰেৰিত নবী, ৰচুল—পয়গম্বৰ। আল্লাক নেদেখাকৈ বিশ্বাস কৰিব লাগিব, তেওঁৰ ওপৰত ইমান আনিব লাগিব। আৰু হজৰত মোহাম্মদক ( দঃ ) আল্লাৰ প্ৰেৰিত ৰচুল হিচাবে অন্তকৰণে, দ্বিধাহীনভাবে কোনো সন্দেহ নকৰাকৈ মানিব লাগিব।

কলিমা পঢ়াৰ নিয়ম থাকিলেও অকলে মনে মনে পঢ়িব পাৰে। সমজুৱা হিচাবে ৰখচাব পাৰে আৰু মনে মনে পঢ়িব পাৰে অথবা সকলোৰে শুনাকৈ পঢ়িব পাৰে। মনে মনে যিকোনো সময়ত আল্লাৰ কৰুণা, দয়া, ৰহম বিচাৰি পঢ়াটোকে জিকিৰ বোলে। এই জিকিৰ এবাদত কৰাৰ সময় আৰু পঢ়াৰ সময় নিৰ্ধাৰিত নাই যদিও সকলো সময়তে কৰিব পাৰে। অৱশ্যে মাজনিশা অকলশৰে একচিত্তে শুদ্ধ মনে নিৰবে কৰা আল্লাৰ ধ্যান শ্ৰেষ্ঠ আৰু উত্তম।

দ্বিতীয়তে, নামাজ প্ৰত্যেকজন মুছলমানৰ ওপৰত ফৰজ আৰু পঢ়িব লাগিব। নামাজ পঢ়াৰ আগতে আৰবী ভাষাত লিখা পৱিত্ৰ কোৰান শৰীফৰ কিছুমান চুৰা, অংশবিশেষ পঢ়ি মুখস্থ কৰিব লাগিব দিনত পাঁচবাৰ। পাঁচ ওৱাক্ত নামাজ পঢ়াৰ ওপৰিও সহায়কাৰী নামাজ-উপসনা বিশেষকৈ নিশাৰ ভাগত মাজ নিশাৰ পিছত অকলে নিৰবে পঢ়িবলৈ নিৰ্দেশ দিয়া আছে, পালন কৰিবলৈ হুকুম কৰা হৈছে।

দিনত পাঁচবাৰ পঢ়া নামাজৰ ভিতৰত প্ৰত্যেকবাৰৰ নামাজৰ কিছু অংশ ফৰজ, কিছু অংশ চুন্নত। কিছু অংশ নফল, কিছু অংশ ওৱাজিব আৰু মোস্তাহাব। ফৰজ নামাজ বাধ্যতামূলক আৰু কৰণীয়। ইয়াক পঢ়িবই লাগিব আৰু সময়মতে আদায় কৰিব লাগিবই। এই ফৰজ নামাজ আল্লাৰ নামত পঢ়া

হয় আৰু আল্লাৰ পৰা দয়া, কৰুণা ও মাগফেৰাত বিচৰা হয়। ইহকাল পৰকাল, দুনিয়া আৰু আখেৰাতৰ দিনত মুক্তি, গুনাহ মাফ আৰু পাপ-তাপৰ পৰা পৰিত্ৰাণ বিচৰা হয়। এক পৰম দয়ালু ক্ষমাকাৰী আল্লাহ তায়ালাৰ পৰা।

চুন্নত নামাজ আল্লাৰ পৰম বন্ধু আৰু প্ৰেৰিত ৰচুল হজৰত মোহাম্মদৰ (দঃ) নামত পঢ়া হয়। তেওঁৰ বাটেই আমাৰ বাট-পথ। তেওঁ দেখুওৱা পথেই আমাৰ জীৱনৰ পথ—বিশ্বমানৱৰ পথ।

নকল নামাজ আৰু এবাদতৰ ফলত মানুহ আল্লাৰ প্ৰতি বেছি আসক্ত হয়, ধাৰ্মিক হয়, পৰম দয়ালু, ক্ষমাকাৰী কৰুণাময় আল্লাৰ প্ৰতি নিজকে উৎসৰ্গা কৰি পৰম আনন্দচিত্তে দুনিয়াত জীৱন কটায় আৰু পৰকালৰ দিনবোৰৰ বাবে নিজকে ধৰ্ম আৰু আল্লাৰ ভালপোৱা কামবোৰ কৰি সাজু কৰি ৰাখে। পবিত্ৰ কোৰান শ্বৰীফ পঢ়ি কৰা, তেলায়ত কৰা সকলোতকৈ ডাঙৰ আৰু উত্তম নকল এবাদত।

ৰোজা ৰখাটো প্ৰত্যেকজন মুছলমানৰ ওপৰত ফৰজ। ৰোগী বুঢ়া মানুহ, গৰ্ভৱতী তিৰোতা, স্তন খোৱা কেচুৱাৰ মাক আৰু দুই এটা কাৰণৰ বাবে ৰোজা ৰোজাৰ চান্দ্ৰমাহত নেৰাখি পিছত হ'লেও ৰাখিব লাগিব। এই ৰোজা এটা চান্দ্ৰ মাহৰ তিৰিশ দিন। ইয়াৰ উদ্দেশ্য হ'ল আল্লাৰ হুকুম আৰু আদেশ পালন কৰি আল্লাৰ নামত ৰোজা ৰখা। ৰোজা ৰখা মানুহ কিছুমান কামৰ পৰা বিৰত থাকিব লাগিব।

ৰোজা ৰখাৰ পিছত কোনো ব্যক্তি কাৰো লগত হাই-কাজিয়া, দন কৰিব নোৱাৰিব। পৰচৰ্চা বদনাম কৰিব নোৱাৰিব। নিজৰ তিৰোতাৰ লগত কায়িক মিলনৰ পৰা বিৰত থাকিব লাগিব।

কাৰো লগত যৌন মিলনত মিলিত হ'ব নোৱাৰিব। আৰু দিনত পাঁচ ওৱাক্ত নামাজ পঢ়াৰ ওপৰিও ৰাতি এশাৰ নামাজৰ লগত আৰু বিশ ৰাকাত তাৰাবীৰ চুন্নত নামাজ জামাতৰ লগত মছজিদত গৈ পঢ়িব লাগিব। ইয়াৰ ওপৰিও ৰমজান মাহত ফিটৰা আৰু জাকাত দিব লাগিব। ফিটৰা হ'ল প্ৰায় দুই কিলো গমধান বা তাৰ সমমূল্য দুখীয়া, নিছলা দীনহীন জনক দিব লাগিব। নিজৰ সম্পত্তিৰ শতকৰা আঢ়ৈ টকা জাকাত হিচাবে দুখীয়া, ভিক্ষাৰী, ফকিৰ মিছকিনক দিয়াৰ ওপৰিও দুখীয়া ছাত্ৰ-ছাত্ৰী, ৰাৰী তিৰোতা,

বেমাৰী আৰু বিপদগ্ৰস্ত ব্যক্তি, মোক্তব, মাদ্ৰাছা, মছজিদ, কবৰস্থান, লাওৱাৰিছ, মূৰ্দা ফাজ আদিত দিয়াটো নীতিগত মতে বাধ্যতামূলক।

ফিটৰা জাকাত দিয়াৰ কিছু নিয়ম-নীতি পবিত্ৰ কোৰান শৰীফ আৰু হাদিচত নিৰ্দেশ দিয়া আছে। ফিটৰা জাকাতৰ টকা দিয়াৰ সময়ত প্ৰথমতে নিজৰ বংশৰ দুখীয়া পৰিয়ালক দিব লাগিব, তাৰ পিছত নিজৰ চুবুৰী, গাওঁ বা চহৰৰ দুখীয়া পৰিয়ালক দিয়াৰ পিছত অন্য গাওঁৰ চিনাকী অচিনাকী দুখীয়া-বোৰক, ইছলামিক শিক্ষা অনুষ্ঠান মোক্তব, মাদ্ৰাছা, দাৰুণ উলুমবোৰক দিব লাগিব। নতুন মছজিদ সজোৱাৰ বাবে সহায় বিচাৰি অহা সমাজক দিব লাগিব।

এই ফিটৰা আৰু জাকাত দিয়াৰ উদ্দেশ্য এই যে ঈদৰ দিনাখন, আনন্দ, উল্লাস আৰু পবিত্ৰ দিনটোত যাতে দুখীয়া দীনহীনজনেও এমুঠি ভাত পেট ভৰাই খাব পাৰে। এখন নতুন কাপোৰ পিন্ধি ঈ'দৰ নামাজ অন্য সামৰ্থবান সকলৰ লগত গৈ পঢ়িব পাৰে। অন্ততঃ ঈ'দৰ দিনা যাতে সি তাৰ দৰিদ্ৰতাৰ কথা চিন্তা কৰিব লগা নহয় সকলোৰে হাঁহি-আনন্দ উল্লাস আৰু মিলনৰ দিনা দুখীয়াজনেও যাতে সমানে ভাগ লব পাৰে, হাঁহি আনন্দ কৰিব পাৰে। জাকাত আৰু দান-খয়ৰাতৰ টকাৰে স্কুল, কলেজ, মাদ্ৰাছা, মোক্তববোৰ চলে আৰু চলোৱা হয়। এই নিয়মৰ বাবেই সুদূৰ চীন, আৰব, আফ্ৰিকা আৰু বিশ্বৰ চুকে কোনে থকা মুছলমানসকলৰ ধৰ্মানুষ্ঠান, শিক্ষানুষ্ঠানবোৰ চলি আছে; গাওঁ চহৰ, পাহাৰ, পৰ্বত সকলো ঠাইত আল্লাৰ ঘৰ মছজিদ আৰু এবাদত খানাবোৰ চলি আছে কোনো আউল নলগাকৈ—একো বাধা-বিঘিনি নোহোৱাকৈ ৫৭০ খৃঃ-ৰ পৰা। দিনত পাঁচ ওয়াক্ত নামাজ পঢ়ি আছে, আজান হৈ আছে।

এইখিনিতে উল্লেখ কৰিব পাৰি যে কোৰাণ শৰীফ ভাষা আৰবী। প্ৰত্যেকজন মুছলমান নামাজ আৰু ধৰ্মকামত এই আৰবী ভাষাত কোৰাণ শৰীফৰ কেৰাত পাঠ কৰিব লাগিব। নিজৰ ভাষাত অৰ্থ আদি বুজিবলৈ তৰ্জমা কৰা কোৰানশৰীফ কেবল অৰ্থ বুজি পোৱাৰ বাবে পঢ়িব পাৰিব—নামাজ বা ধৰ্মৰ কামত নহয়। আৰু সেই কাৰণেই ভাৰতৰ মুছলমান চীনদেশৰ মুছলমানৰ লগত, চীনা মুছলমান আৰবী আৰু আফ্ৰিকাৰ মুছলমানৰ লগত আফ্ৰিকাত গৈ নামাজ পঢ়িব পাৰে—কোনো বাধা নোহোৱাকৈ, আউল নলগাকৈ, ভুল নকৰাকৈ।

ইয়াৰ পিছত হজ। হজ প্ৰত্যেকজন মুছলমানৰ ওপৰত বাধ্যতামূলক কৰা হোৱা নাই। হজ কেৱল ধনী, চহকী, মালদাৰ মতা-তিৰোতা উভয়ৰ ওপৰত ফৰজ আৰু কৰণীয়। কিন্তু হজলৈ যোৱাৰ আগতে নিজৰ সাংসাৰিক জীৱন আৰু সমাজৰ, দেশৰ কিছুমান কাম সমাধা কৰি যাব লাগিব। আৰু কৰি যোৱাটো বাধ্যতামূলক। নহলে হজলৈ যোৱাৰ, পৱিত্ৰ মক্কাশ্বৰীফ, মদিনা শ্বৰীফলৈ গৈ মক্কাশ্বৰীফত থকা আল্লাৰ ঘৰ তোয়াফ কৰাৰ কোনো অৰ্থ নাই আৰু গ'লেও কোনো সুফল বা পুণ্য লাভ কৰিব নোৱাৰিব, মনোবাঞ্ছা পূৰণ নহ'ব।

হজত যোৱাৰ আগতে নিজৰ ল'ৰা-ছোৱালীৰ বিয়া বাৰু দি সংস্থাপিত কৰি মাটি বাৰী সা-সম্পত্তি সকলো ল'ৰা-ছোৱালীক সমানে ভগাই দি যাব লাগিব। নাবালক ল'ৰা-ছোৱালী আৰু অবিবাহিত গাভৰু ছোৱালী ঘৰত থৈ হজ কৰিবলৈ যোৱাটো নিষেধ আৰু হাদিচ কোৰাণ শ্বৰীফত মানা কৰা আছে।

নিজৰ বাহিৰেও নিজৰ গাওঁ, সমাজৰ দুখীয়া অবিবাহিত ডেকা গাভৰুৰ হজত যোৱা খৰচৰ টকাৰে বিয়াপাতি দিলে হজত নগ'লেও হজত যোৱাৰ সমানে পুণ্য আৰু চোৱাব হব নেকি হব। যিকোনো মানুহৰ মনত দুঃখ দি বা অভাৱ আৰু বিপদত পেলাই থৈ হজ কৰিবলৈ যোৱা নিষেধ।

ইয়াৰ ওপৰিও কোৰাণ শ্বৰীফৰ নিৰ্দেশমতে মুছলমান যি দেশত থাকে সেই দেশৰ ভাষা, মাত কথা, পিন্ধন উৰন, চলন ফুৰনৰ লগত মিলি, শিকি চলিবলৈ প্ৰত্যেকজন মুছলমানৰ ওপৰত বাধ্যতামূলক। সেয়ে আফ্ৰিকাৰ মুছলমানৰ ভাষা আৰবী নহয় আফ্ৰিকাৰ নিজা ভাষা, চীনদেশৰ মুছলমানৰ ভাষা চীনা ভাষা আৰু অসমৰ মুছলমানৰ ভাষা অসমীয়া, বেঙ্গলৰ বঙালী, কাশ্মিৰৰ কাশ্মিৰী, কৰ্ণাটকৰ কান্নাড়, তামিলনাডুৰ তামিল, তেলেগু আদি। সেই ধৰণে চীনদেশৰ মতা-তিৰোতা চীনা ভূষণ পৰিধান কৰে। আফ্ৰিকাৰ মুছলমানসকলে নিজৰ দেশৰ পোচাক পিন্ধে, কাপোৰ কানি পৰিধান কৰে কোনেও আৰবীয়ান সকলৰ দৰে মূৰত আম্বামা আৰু গাত জুব্বা নিপিন্ধে। তথাপি সকলো এক, সকলো সমান আৰু সকলো দেশতে মুছলমানসকলে একেলগে মছজিদত সোমায়, আল্লাৰ ঘৰত গৈ একেলগে বাহুত বাহু লগাই, কান্ধত কান্ধ লগাই থিয় হৈ শাৰীপাতি বহি, থিয় দি একচিত্তে সকলোৱে

মিলি মহান এক আল্লাৰ নাম লয়। সক কোন, ডাঙৰ কোন, বজা কোন, বাদছাহ কোন, দুখীয়া গৰীব কোন এই পৰিচয় মুছলমানৰ মাজত নাই, আল্লাৰ ঘৰত নাই আৰু কেতিয়াও হোৱা নাই, হব নোৱাৰে। ক'লা নিগ্রো হাবচী মুছলমান এজন সুন্দৰ আৰু ধুনীয়া আৰবীয়ানৰ লগত বহি একেলগে নামাজ পঢ়ে আল্লাৰ নাম লয়—এবাদত কৰে। মছজিদত দুখীয়া গৰীবজন আগত আহিলে তেওঁৰ স্থান প্রথম আৰু আগশাৰীত, বজা এজন পিছত আহিলে তেওঁৰ স্থান জামাতৰ পিছত মছজিদৰ ভিতৰত স্থান নেথাকিলে মছজিদৰ বাহিৰত কেঁচা মাটি আৰু দুবৰি ঘাঁহৰ ওপৰত বহি নামাজ পঢ়িব লাগিব—আল্লাৰ নাম লব লাগিব। বজা-বাদছাহৰ বাবে মছজিদৰ ভিতৰত কোনো স্বকীয়া স্থান নাই, নির্দিষ্ট ঠাই নাই। কিয়নো ইছলামত সকলো সমান, উচ্চ-নীচ নাই সকলো মানুহ ভাই ভাই এক আল্লাৰ সৃষ্টি। এজনে আনজনক কান্ধত তুলি কবৰস্থানলৈ নিব লাগিব—দুনিয়াৰ সকলো কাম বাদ দি, পেলাই থৈ। সকলোৱে পঢ়িব লাগিব "ইন্না লিল্লাহে তৱা ইন্না এলাইহে ৰাজেমুন………"

ইছলাম ধর্মৰ আৰু মুখ্য কথা হ'ল প্রত্যেকজন মুছলমানৰ বাবে সুৰাপান কৰা, মদ খোৱা, চেৰাব খোৱা নিষেধ—একেবাৰে হাৰাম। সুৰাপান কৰা মুছলমান ইছলামৰ বাহিৰ; আৰু ভুলবশত অজানিতে কোনো মুছলমানৰ শৰীৰৰ কোনো অংশত মদ বা সুৰা লাগিলে শৰীৰৰ সেই অংশ কাটি পেলোৱাৰ নিয়ম। মদ হাৰাম মুছলমানৰ বাবে পান কৰাটো কঠোৰভাৱে নিষিদ্ধ। মদ খোৱা মানুহ মুছলমান নহয়, ইছলাম ধর্মালম্বী নহয়—হব নোৱাৰে।

প্রত্যেকজন মতা তিৰোতাৰ বাবে শিক্ষালাভ কৰাটো বাধ্যতামূলক। নিজৰ দেশৰ ওপৰিও দৰকাৰ হ'লে শিক্ষালাভ কৰিবৰ বাবে দেশ-বিদেশ এনে কি সুদূৰ চীন দেশলৈ গৈও শিক্ষা লাভ কৰাৰ নির্দেশ হাদিচত আছে—নবী হজৰত মোহাম্মদৰ ( দঃ ) নির্দেশ আছে।

হজৰত মোহাম্মদ ( দঃ ) ঘাট মাউৰা। ককা-দেউতাকে তুলি-তালি ডাঙৰ-দীঘল কৰিছে। তেওঁৰ কোনো শিক্ষা নাছিল, একেবাৰে নিৰক্ষৰ। তেওঁ হেৰা পর্বতৰ গুহাত আল্লাৰ আৰাধনা কৰি নবীত্ব পোৱাৰ পিছত জিব্রাইল

যেতিয়া আহি তেওঁক ক'লে "তুমি পঢ়া"। মোহাম্মদে (দঃ) কলে মই পঢ়িব নেজানো। তেতিয়া দেবদূত বহী জিব্রাইলে ক'লে "তুমি সেই আল্লাৰ নামত পঢ়া—একবা বিছমে বাব্বেকাল লাজি থালাক......" এই সত্য ঘটনাৰ পৰাই প্ৰমাণ হয় আৰু নিসন্দেহে দ্বিধাহীনভাবে বিশ্বাস কৰিব লাগিব যে কোৰাণ-শৰীফৰ পবিত্ৰ কালাম, আয়াত, চুৰাসমূহ আল্লাৰ নিৰ্দেশমৰ্মে জিব্রাইল যোগে পোৱা পবিত্ৰ ঐশ্বৰীক বাণী। আল্লাৰ পৰা পোৱা পবিত্ৰ বাণী, আয়াত চুৰাসমূহ বিভিন্ন সময়ত, বিভিন্ন পৰিস্থিতিৰ সময়ত তেইচ বছৰৰ ভিতৰত নাজিল হয়। জিব্রাইল ফিৰিস্তা আল্লাৰ নিৰ্দেশমতে আহি হজৰত মোহাম্মদৰ (দঃ) ওচৰত আল্লাৰ বাণীসমূহ পাঢ় শুনোৱায় আৰু কণ্ঠস্থ কৰোৱায়। সেয়ে ইছলাম ধৰ্মত কোনো কল্পনা নাই, অবাস্তৱ নাই—সত্যৰ ওপৰত প্ৰতিষ্ঠিত আল্লাৰ ধৰ্ম।

# দ্বিতীয় খণ্ড

## সোতৰ

সময় পাৰ হৈছিল।

বছৰ পাৰ হৈছিল।

দহক পাৰ হৈছিল।

যুগৰ পিছত যুগ পাৰ হৈছিল। বেপাৰ কৰিবলৈ অহা ইংৰাজ ভাৰতত নিজা ৰাজ্য স্থাপন কৰিলে। ভাৰতীয়ৰ ওপৰত শাসন চলালে। দু'শ বছৰীয়া বৃটিছৰ কুশাসন, অত্যাচাৰ, উৎপীড়ন, হত্যা, অমানুষিক জোৰ-জুলুম—নিজৰ দেশত জন্মভূমিত পৰাধীন আৰু গোলাম হৈ থাকিব লগা হ'ল। নিজৰ দেশত মানুহ হিচাবে সকলো হেৰুৱালে, মান-সন্মান, হাঁহি আনন্দ সকলো। ইংৰাজ চৰকাৰৰ হুকুমত ভাৰতীয় জনতাই উঠা-বহা কৰিব লগা হ'ল। ইংৰাজ চৰকাৰে ভাৰতীয় জনতাৰ সকলো ক্ষমতা, অধিকাৰ কাঢ়ি নিলে আৰু তাৰ সলনি জাপি দিলে পৰাধীনতা গোলামী। ভাৰতীয় জনতাই নিজৰ ঘৰত, দেশত ইংৰাজৰ তলতীয়া হৈ সকলো হেৰুৱাই সৰ্বহাৰা, দিকহাৰা সৰ্বশ্ৰান্ত হৈ পৰিল। ভাৰতীয়ৰ জীৱন তমসাছন্ন হৈ পৰিল। কোনো কথাতে বৃটিছ আৰু ইংৰাজ চৰকাৰৰ বিৰুদ্ধে মাত মাতিব নোৱাৰা হ'ল, নিজৰ অভাৱ-অভিযোগ, ন্যায়-অন্যায়ৰ বিৰুদ্ধে কাৰো ওচৰত অভিযোগ কৰিব নোৱাৰা হ'ল।

কিন্তু ভাৰতীয় জনতাই, বাইজে ইংৰাজৰ বিৰুদ্ধে থিয় হ'ল। গাওঁ-ভুই, নগৰ-চহৰ, পাহাৰ পৰ্বত সকলো ঠাইৰ মানুহ অসমীয়া, বঙালী, উৰিয়া, মালায়ালম, কান্নাৰ, তেলেগু, পাঞ্জাবী, ছিন্ত্ৰি, গোৰখালি, খাচীয়া, জয়ন্তীয়া, ৰাভা, গাৰো, নগা মিকিৰ, মিচিমি সকলোৱে ইংৰাজৰ বিৰুদ্ধে থিয় হ'ল; হিন্দু, মুছলমান, শিখ, ইছাই, বৌদ্ধ সকলো ধৰ্মৰ মানুহ এক হৈ, এক ভাৰতীয় হৈ ভাৰতৰ জনগণ হৈ একভাবে কান্ধত কান্ধ মিলাই দেশভক্ত সন্তান হিচাবে মাতৃপূজাত আত্ম-বলিদান দিবলৈ সকলো ওলাই আহিল। সকলো ঠাইতে সকলোৱে আন্দোলন, হৰতাল, ঘেৰাও, বন্ধ, পথ বন্ধ, ৰেল বন্ধ কৰিলে।

বেলৰ লাইন, ষ্টীমাৰ ঘাট ওফোৰাই দিলে। প্ৰায়বোৰ ঠাইত সংগ্ৰামী আৰু আন্দোলনকাৰী জনতাই ইংৰাজ বিষয়াক আক্ৰমণ কৰিলে, হত্যা কৰিলে। কোৰ্ট, কেছাৰী, আদালত, অফিচৰ ওপৰত উন্মুক্ত জনতাই আক্ৰমণ কৰিলে। জপিয়াই পৰিল সকলোৰে মুখত কেৱল "বন্দেমাতৰম—ভাৰত মাতা কি জয়"। ঠাইবিশেষে ভাৰতৰ ক্ৰান্তীকাৰী উন্মুক্ত জনতাই বৃটিছৰ থানা ঘেৰাও কৰি পুলিচ আৰু পুলিচ অফিচাৰকআক্ৰমণ কৰে--জুই লগাই দি থানা পুৰি পেলায়। বৃটিছ অফিচাৰক গুলিয়াই হত্যা কৰে, মাৰি পেলায়। ভাৰতৰ স্বাধীনতাৰ এই পবিত্ৰ আন্দোলনৰ নেতৃত্ব দিলে বাল গঙ্গাধৰ তিলক, বল্লভ ভাই পেটেল, চৌকত আলি, মোহাম্মদ আলি, মতিলাল নেহেৰু, মহাত্মা গান্ধী, চিত্তৰঞ্জন দাস, ৰাজবিহাৰী বোস, সুভাষ বোস, দাদাভাই নৌৰজী, মৌলনা আবুল কালাম আজাদ, জবাহৰলাল নেহেৰু, ড° ৰাজেন্দ্ৰ প্ৰসাদ, ড° জাকৰ হুচেইন প্ৰমুখ্যে বহুতো নেতাই। অসমত এই আন্দোলনৰ নেতৃত্ব দিলে মনিৰাম দেৱান, বাহাদুৰ গাওঁবুঢ়া, কনকলতা, কুশল কোঁৱৰ, তৰুণৰাম ফুকন, কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ, গোপীনাথ বৰদলৈ, পুষ্পধৰ চলিহা, বিমলাপ্ৰসাদ চলিহা, মহেন্দ্ৰমোহন চৌধুৰী, ফখৰুদ্দিন আলি আহম্মদ, মৌলবী তৈয়বউল্লা, মহীউদ্দিন আহম্মদ, পুষ্পলতা দাস, সিদ্ধিনাথ শৰ্মা, অমিয় কুমাৰ দাস আদি মহান নেতাসকলে।

ভাৰতবাসীৰ এই পবিত্ৰ স্বাধীনতাৰ আন্দোলন, সংগ্ৰাম মষিমূৰ কৰিবৰ বাবে, চিৰদিনলৈ শেষ কৰিবৰ বাবে বৃটিছ চৰকাৰে গুলি চলালে, গুলিয়াই গুলিয়াই সংগ্ৰামী জনতাক হত্যা কৰিলে। বুট জোতাৰে গছকি বহুতক চৰদিনলৈ পঙ্গু কৰিলে, চকু কাঢ়ি নিলে, বেত, চাবুক, লাঠিৰে কোবাই হাতৰ গাঠি, ভৰিৰ গাঠি ভাঙি পেলোৱা হ'ল। গাওঁ, নগৰ, চহৰত বাস কৰা সকলো ভাৰতীয়ৰ ওপৰত নিৰবচ্ছিন্নভাৱে নিৰ্মম অত্যাচাৰ আৰু গুলি চলালে, জুই দি ঘৰ, বস্তী সকলো ভস্মীভূত কৰি পেলালে। আৰু, মানুহবোৰক ধৰি নি গছ, শালকাঠৰ খুটিত বান্ধি ওলোমাই জীৱন্তে কোবাই কোবাই দিন দুপৰতে মাৰি পেলোৱা হ'ল। নঙঠা, বিবস্ত্ৰ কৰি থানাৰ লক-আপত দিনৰ পিছত দিন ধৰি অনাহাৰে ৰাখি মাৰি পেলোৱা হ'ল। বহুতকে খুঁচি খুচি নিমখ আৰু গৰম পানী ঢালি দিয়া হ'ল। অমানুষিক অত্যাচাৰ উৎপীড়ন কৰা হ'ল। পশু আৰু জানোৱাৰৰ ওপৰত কৰা ধৰণে

পাশৱিক অত্যাচাৰ কৰা হ'ল। দেশত কেৱল হত্যা, জুই, হৰতাল, বন্ধ, লুণ্ঠন, মাৰপিট-খুনাখুনি, অসহযোগ, আইন অমান্য আন্দোলন, ধৰ্মঘট, ঘেৰাও, লাঠি চালনা, গুলিয়া গুলি, গ্ৰেপ্তাৰ চলি থাকিল। বহুতো ভাৰতীয়ক বৃটিছ চৰকাৰে সংগ্ৰামী, আন্দোলনকাৰী নিৰপৰাধী ভাৰতীয়ক ধৰি নি সাগৰৰ মাজৰ কলীয়া পানীত মাত্ৰ ছয় ফুট চেল এটাত বন্দী কৰি ৰাখিলে। ভোক পিয়াহ, অনাহাৰত সেইবোৰ সংগ্ৰামী মুক্তি যুঁজাৰু কলীয়া পানীৰ চেলত পাচ পচি মৰিল—"বন্দেমাতৰম" ধ্বনি দি তেওঁলোকে শ্বহীদ হ'ল। তেওঁলোকৰ জীৱন, কৰ্ম, অমৰ হৈ ৰ'ল আৰু তেওঁলোকৰ দেশপ্ৰেম, মাতৃভক্তি, দেশসেৱা, স্বাৰ্থত্যাগ, আত্মবলিদান, কোৰবাসীৰ কাহিনী আজি কলীয়াপানীৰ দ্বীপত জীৱন্ত হৈ আছে আৰু আছে বিশ্বৰ সকলো জনতাৰ বাবে প্ৰেৰণাৰ উৎস—যি প্ৰেৰণাৰ অন্য নাম সংগ্ৰাম, দেশপ্ৰেম—যি সীমাহীন, অনন্ত, অনাদি। স্বাধীনতাৰ এই কৰুণ, তেজৰ, হৃদয়-বিদাৰক কাহিনী কলীয়া পানীৰ ওচৰৰ সাগৰৰ প্ৰতিটো ঢৌ, প্ৰতি টোপাল পানীত সেই বীৰ শ্বহীদৰ চকুপানী, বিননি, আৰ্তনাদ আজিও বৈ আছে—প্ৰবাহিত হৈ আছে আৰু অনাগত সকলো ভৱিষ্যতলৈ বৈ থাকিব চন্দ্ৰ, সূৰ্য্য গ্ৰহ-তৰাক সাক্ষী কৰি যুগৰ পিছত যুগ ধৰি।

এইবোৰ অত্যাচাৰ, উৎপীড়ন, হত্যা, মাৰপিট জোৰজুলুম কৰা বাবে ভাৰতৰ হেজাৰ জনতা শ্বহীদ হ'ল। হেজাৰজন মাতৃহাৰা, পুত্ৰহাৰা, পিতৃহাৰা হ'ল আৰু নকইনাৰ সেন্দুৰৰ ফোঁট মচা গ'ল—বিধবা হ'ল। তথাপি বৃটিছ চৰকাৰে ভাৰতবাসীৰ এই পবিত্ৰ আন্দোলন মৌলিক অধিকাৰৰ দাবী শেষ কৰিব নোৱাৰিলে, মষিমূৰ কৰিব নোৱাৰিলে। ভাৰত প্ৰাচীনকালৰ পৰাই বীৰৰ দেশ, ৰজা-মহাৰজাৰ, বাদছাহৰ দেশ—স্বাধীন দেশ। ভাৰত ৰজা হৰিশ্চন্দ্ৰ, যুধিষ্ঠিৰৰ দেশ, ৰাম, লক্ষণ, সীতা, সাবিত্ৰী, উমা অনিৰুদ্ধৰ দেশ। বীৰ ভগদত্ত, ভাস্কৰবৰ্মা, চন্দ্ৰগুপ্ত, মহাকবি কালিদাস, আৰ্য্যভট্ট, বৰাহ মিহিৰৰ দেশ। মহাৰাজ অশোকৰ দেশ। সম্ৰাট আকবৰ, জাহাঙ্গীৰ, চেৰছাহ, বাহাদুৰ ছাহ জাফৰ, ৰেজিয়া চুলতানা, হজৰত মহল, ঝাঁচীৰ ৰাণী লক্ষ্মীবাইৰ দেশ, বীৰ চিলাৰায়, নৰ নাৰায়ণ, ৰনজিৎ সিংৰ দেশ।

এই দেশ আজান পীৰৰ দেশ।

এই দেশ শঙ্কৰ মাধৱৰ দেশ।

এই দেশ বীৰ লাচিতৰ দেশ।

এই ভাৰত সদায় স্বাধীন, ভাৰতৰ জনতাই পৰাধীন কি বস্তু নেজানে দেখা নাই আৰু পৰাধীন হৈ জীয়াই থকা নাই, পৰাধীন দেশত জন্মগ্ৰহণ কৰা নাই। ভাৰতৰ চিৰপ্ৰবাহিত গঙ্গা, যমুনা, কৃষ্ণা, কাবেৰী, তাপ্তী, সিন্ধু, মেঘনা, ব্ৰহ্মপুত্ৰৰ দৰে চিৰদিনেই মুক্ত আৰু বাধা দি ৰাখিব পৰা নাই পৃথিবীৰ কোনো ক্ষমতাই; সেইদৰে ভাৰতৰ প্ৰতিজন মানুহ সদায় মুক্ত আৰু স্বাধীন। হিমালয়, বিন্ধ্যা, চুলেমান, হিন্দুকোষ পৰ্বতৰ দৰে প্ৰতিজন মানুহ কৰ্তব্যত, কামত অলৰ-অচৰ। ভাৰতৰ প্ৰতিজন নৰ-নাৰী একোজন যোদ্ধা, বীৰ, সৈনিক নিজৰ দেশক জীৱনতকৈ বেচি ভাল পায়—এইয়ে ভাৰতবাসীৰ প্ৰকৃত ধৰ্ম। দেশক ভাল পোৱা ভাৰতবাসীৰ জীৱনৰ প্ৰেৰণা, জীয়াই থকাৰ আনন্দ। সেয়ে ভাৰতবৰ্ষৰ প্ৰতিজন ভাৰতবাসীৰ মনত আৰু প্ৰতিজন ভাৰতীয়ৰ বাবে—

"চাৰা জাহাঁছে আঁচ্ছা হিন্দুস্থা হামাৰা
হাম বুল বুলে ইছকি এ গুলেস্থা হামৰা"

সেইয়ে ভাৰতবাসীৰ আন্দোলন। মৌলিক অধিকাৰ ৰক্ষা কৰাৰ সংগ্ৰাম, চিৰজাগ্ৰত আৰু বীৰ সাহসী দেশবাসীৰ আন্দোলন মষিমূৰ কৰিবলৈ ইংৰাজ চৰকাৰৰ সকলো চেষ্টা, কাৰ্য্যপন্থা, নিষ্পেষিত অত্যাচাৰ একোৱে বাধা দিব নোৱাৰিলে। ভাৰতৰ জনতাই যিমান শ্বহীদ হ'ল—পুনৰ তাতোকৈ কুন্তল সংগ্ৰামী আৰু আন্দোলনকাৰী দেশপ্ৰেমিক বীৰ-বীৰাঙ্গনা ওলাই আহিল, ওলাই আহিল স্কুল-কলেজৰ পৰা হেজাৰ ছাত্ৰ-ছাত্ৰী; যুৱক-যুৱতী নতুন তেজেৰে তেজস্বী, মহীয়ান হৈ; অফুৰন্ত সাহসী আৰু সীমাহীন শক্তি লৈ। স্কুলৰ শিক্ষক-শিক্ষয়িত্ৰী, চৰকাৰী চাকৰিয়াল, খেতিয়ক, মজদুৰ, বনুৱা সকলো ওলাই আহিল। স্বাধীনতাৰ আন্দোলন চলাই নিবলৈ ভাৰতৰ জনতা আৰু ভাৰতবাসী কোনো দিনেই পিছ হুহকি নাছিল—কোনেও প্ৰতিহত কৰিব নোৱাৰিলে; মষিমূৰ কৰিব নোৱাৰিলে। দিন যোৱাৰ লগে লগে, সময় পাৰ হোৱাৰ লগে লগে আন্দোলন আৰু তুমূল হৈ পৰিল। এই সংগ্ৰামী মানুহবোৰৰ মাজৰ পৰা ৰাজবিহাৰী বোস, সুভাস বোস প্ৰমুখ্যে নেতাবৰ্গই ভাৰতীয় জাতীয় কংগ্ৰেছৰ পৰা ওলাই আহি 'আজাদ হিন্দ ফৌজ' গঠন কৰিলে। এই আজাদ হিন্দ ফৌজৰ প্ৰায়বোৰ চিপাহী আৰু যোদ্ধা সৈনিক—আগতে ইংৰাজৰ তলত চাকৰি কৰা সৈন্য মিলিটাৰী সকলো ইংৰাজৰ আনুগত্য অস্বীকাৰ কৰি চাকৰি ইস্তাফা-দি ওলাই অহা, বাদ দিয়া। কমৰেড সুভাস বোস, ছাহ নাওৱাজ খান আদিৰ

নেতৃত্বত আজাদ হিন্দ ফৌজৰ সৈন্যদল জাপান আৰু জাৰ্মানত প্ৰশিক্ষণ লোৱাৰ পিছত ইংৰাজ চৰকাৰ আৰু ইংৰাজ সৈন্যৰ বিৰুদ্ধে যুদ্ধ আৰম্ভ কৰিলে—অকল বন্দুক ধৰাই নহয়। বোমা, বৰতোপ আৰু যুঁজাৰু বিমানেৰে বৃটিছ সৈন্যক মাৰি, গুলিয়াই হত্যা কৰি। বৃটিছ সৈন্যক মণিপুৰৰ পৰা খেদি আনি কহিমা পোৱালেগৈ। বৃটিছ চৰকাৰ কঁপি উঠিল। এইখিনিতে উল্লেখ কৰিব পাৰি যে বৃটিছ সাম্ৰাজ্যৰ প্ৰতিষ্ঠাতা লৰ্ড ক্লাইব দুশ বছৰ আগতে তেতিয়াৰ ইংলণ্ডৰ মহাৰাণী এলিজাবেথলৈ এখন চিঠিত লিখিছিল এইদৰে "বৃটিছসকলে ভাৰতত ৰাজত্ব কৰিব পাৰিব সেই দিনলৈ—যিদিনালৈকে ভাৰতৰ মিলিটাৰী, চিপাহী সৈন্য, পুলিচ ইংৰাজ চৰকাৰৰ আনুগত্য স্বীকাৰ কৰি থাকিব, হুকুম পালন কৰি থাকিব"। লৰ্ড ক্লাইবৰ সেই ভৱিষ্যতবাণী আখৰে আখৰে ফলিয়াছিল। আজাদ হিন্দ ফৌজৰ গুলি আৰু আক্ৰমণত বহুত বৃটিছ সৈন্যৰ প্ৰাণ হেৰুৱায়, মৃত্যু হয়, যুদ্ধবন্দী হয়। আৰু এটা সময়ত আজাদ হিন্দ ফৌজৰ গুলিত তিষ্ঠিব নোৱাৰি বৃটিছসৈন্য পিছ হুহকি যাবলৈ বাধ্য হয় আৰু পৰাক্ৰমী আজাদ হিন্দ ফৌজে গুলিয়াই গুলিয়াই বৃটিশ সৈন্যক মণিপুৰৰ পৰা কহিমা পোৱায়গৈ। বহুত বৃটিছ সৈন্য আজাদ হিন্দ ফৌজৰ ওচৰত আত্ম-সমৰ্পণ কৰে। তেতিয়াই বৃটিছ চৰকাৰ কঁপি উঠে আৰু ভাৰতীয় নেতাবৰ্গৰ লগত 'ৰাউণ্ড টেবুল' কনফাৰেন্সত বহে। পিছলৈ ভাৰতীয় সকলক প্ৰভিনচেলাইজড চৰকাৰ বনাবলৈ ক্ষমতা দিয়ে। ভাৰতৰ ৰাজ্যবোৰ পুনৰ গঠন কৰে; প্ৰতিখন ৰাজ্যত ভাৰতীয় প্ৰতিনিধিৰে চৰকাৰ গঠন কৰে। এইয়া ভাৰত স্বাধীন হোৱাৰ আগৰ কথা, ঘটনা।

* * *

১৯৪২ চনত মহাত্মা গান্ধীয়ে বোম্বাইত বহা কংগ্ৰেছ মহাসভাত বৃটিছক 'ভাৰত ত্যাগ' কৰিবলৈ ঘোষণা কৰে। স্বাধীনতাৰ আন্দোলন পুনৰ আৰু তীব্ৰ হৈ পৰে। সকলো ঠাইত কেৱল আন্দোলন, বন্ধ, হৰতাল, ধৰ্ণা, ঘেৰাও। চাৰিওফালে কেৱল হত্যা, লুণ্ঠন, জুই, মাৰপিট, ঘৰ পোৰা, মানুহ পোৰাৰ গন্ধ, বিকট চিঞৰ-বাখৰ আৰু সকলো ঠাইত কেৱল অৰাজকতা, মুঠুলি অৰাজকতা বিৰাজমান। কোনেও কাকো নেমানে—কাৰ হুকুমত ঘটনাবোৰ হৈ আছে, ঘটি আছে কোনেও কব নোৱাৰে। সকলোতে কেৱল ভয়, বিহ্বল, শংকা, ঠগ, প্ৰৱঞ্চনা, প্ৰতাৰণা আৰু কোনেও কাকো বিশ্বাস নকৰে;

কাৰো হুকুম কোনেও নেমানে, কাৰো কথা কোনেও নুশুনে, শুনিব নিৰিচাৰে।

এই সময়তে দ্বিতীয় বিশ্বযুদ্ধ আৰম্ভ। এফালে শক্তিশালী আমেৰিকা, ইটালীয়, জাৰ্মান সৈন্য আৰু আনফালে জাপান, বৃটিছ, ৰুছ সৈন্যৰ মাজত বিশ্বযুদ্ধ। এদিনৰ ভিতৰত এমেৰিকান, বৃটিছ সৈন্য শ শ মাইল মাৰ্চ কৰি কেৱল আগুৱাই আহি আছে এখনৰ পিছত আনখন দেশ পাৰহৈ। সাগৰ, মহাসাগৰ উপসাগৰেদি নৌ সৈন্য, আকাশপথেদি বোমাৰু আৰু যুঁজাৰু বিমানসহ বায়ু সেনা স্থলপথ, পাহাৰ, পৰ্বত, গিৰি, গুহা পাৰ হৈ পদাতিক সৈন্য তুমুল যুদ্ধ কৰি, পৃথিৱী ধূলিসাত কৰি, সকলো ধ্বংস আৰু শেষ মুষিমূৰ কৰি আগুৱাই আহি আছে। গাওঁ, নগৰ, চহৰ, বাসস্থান, ৰাস্তা, পদূলি, পথাৰ সকলো ঠাই যুদ্ধক্ষেত্ৰ বেটেল-ফিল্ডত পৰিণত হৈছে। মুহূৰ্তৰ ভিতৰতে বোমা, বাৰুদ, গুলি, কামান, বৰতোপ আৰু বন্দুকৰ গুলিত গাওঁ, নগৰ, চহৰ ধূলিসাত হৈ পৰিল, নিচিহ্ন হৈ পৰিল। চিন চাব নোৱাৰা হৈ পৰিল। মানুহবোৰ কেৱল ঘৰ এৰি, দোকান, কাৰখানা, খেতি পথাৰ এৰি পলাইছে দিহিঙে-দিপাঙে আশ্ৰয় বিচাৰি নিৰাপত্তা বিচাৰি জীৱন ৰক্ষা কৰিবলৈ মৃত্যুৰ পৰা নিজকে বচাবলৈ। চহৰৰ অট্টালিকাত থকা চহৰী মানুহ খোজকাঢ়ি, ৰেল, বাছ মটৰ, গৰুৰ গাড়ী, ঘোঁৰাৰ গাড়ী, ম'হৰ গাড়ী, উটৰ পিঠিত উঠি নিৰাপদ গাওঁলৈ পলাইছে নিৰাপত্তা বিচাৰি। মানুহবোৰৰ ঘৰবোৰ মিলিটাৰী চিপাহীৰ দখলত; মিলিটাৰী চিপাহীৰ কেম্প। মানুহবোৰ জীৱন ৰক্ষা কৰিবলৈ গাত, ট্ৰেঞ্চত লুকাইছে। চাৰিওফালে ব্লেক আউট, এন্ধাৰ তমাশাছন্ন। কেৱল জুই বোমা, বাৰুদৰ গন্ধ আৰু সৈন্য কাঢ়য়াই লৈ যোৱা মিলিটাৰী গাড়ীৰ ভয়াবহ ঘৰ্ ঘৰ্ শব্দ। চাৰিওফালে কেৱল বিকট চিঞৰ কন্দা-কটা, বিননি, কেকনি। বাট-পথ, ৰাস্তা-ঘাট নৈৰ পাৰ, খেলৰ আলি, গছৰ তল, পুখুৰী নৈ-বিলৰ পানী, খাল, পথাৰ, পাহাৰৰ দাঁতি কাষৰীয়া ঠাই সকলোতে কেৱল মৰাশ আৰু বিবস্ত্ৰ উথহি যোৱা, গেলি-পচি যোৱা মৰাশৰ দুৰ্গন্ধ। শিয়াল, কুকুৰ, চিলনী, শগুন এটাৰ পিছত আনটো মৰাশৰ বুকুৰ ওপৰত উঠি, বহি দিন দুপৰতে খাই আছে। শগুন, চিলনীৰ বিকট চিঞৰ আৰু টনা-আজোৰা মৰাশ খোৱা লৈ মৰা মানুহৰ মঙহ খোৱা লৈ।

হেজাৰ মানুহ উলঙ্গ, বিবস্ত্ৰ হৈ, পথৰ ভিক্ষাৰী হৈ বাটপথত ভোক, পিয়াহ

অনাহাৰত শুকাই খিনাই কেৱল জকাটো লৈ ঘুৰি ফুৰিছে বলিয়া হৈ,—চকু কোটৰত সোমোৱা এই মানুহবোৰৰ হাওত মাটিৰ বাচন, কুকা লৈ শক্তিহীন ক্ষীণ মানুহবোৰে ভীক্ষা খুজিছে, বিচাৰিছে। শক্তিহীন ক্ষীণ, দুৰ্বল মৃত্যুৰ দিন গনি থকা এই ৰেমাৰী দুৰ্বল মানুহবোৰ নিজে উঠি ফুৰিব নোৱাৰে, ক্ষমতাও নাই, শক্তিও নাই।

কতো বস্তু পাবলৈ নাই, ৰেচন, ৰচদপাতি, তেল, নিমথ দুষ্প্ৰাপ্য হৈ পৰিছে চাৰিওফালে কেৱল অভাৱ, অনাটন। চাউল কতো নাই, খোৱা বস্তু কতো নাই—বিশ্বযুদ্ধৰ বিভিষিকাই সকলো শেষ কৰি পেলাইছে। নাইকীয়া কৰি পেলাইছে। টকা দিওঁ কতো চাউল পাবলৈ নাই, খোৱা বস্তু পাবলৈ নাই, পোৱা নেযায়। দুঃখ, দৈন্য, অভাৱ, অনাটন, ভয়, বিহ্বল, হতাশ নৈৰাশ্যত ভাৰাক্ৰান্ত আৰু কঢ়িয়াব নোৱাৰা অভাৱৰ পৰা উপায়হীন হৈ হেজাৰ হেজাৰ, লাখ লাখ মানুহৰ মৃত্যু হ'ল শিয়াল-কুকুৰৰ দৰে, পশুৰ দৰে।

এই বিশ্বযুদ্ধৰ সময়ত দুৰ্ঘোৰ গাওঁৰ মানুহবোৰে প্ৰথম বাৰৰবাৰে দেখিলে মটৰগাড়ী, উৰাজাহাজ, বন্দুক, মেচিনগান, মৰ্টাৰ, টেংক, বোমাৰু বিমান, এটমবোম, হাইড্ৰোজেন বোম আৰু দেখিলে কলা বলিষ্ঠ, হাবচি, নিগ্ৰো সৈনা, চুটি-চাপৰ জাপানী সৈন্য, আৰু দেখিলে ডেকা, বগা সুন্দৰ শ্ৰীচেহেৰাৰ এমেৰিকান সৈন্য, বৃটিছ, ইটালীয়, জাৰ্মান, মিছৰীয় সৈন্য। গাওঁ, পথাৰ নগৰ চহৰ সকলো ঠাইত কেৱল মিলিটাৰীৰ কেম্প, যুদ্ধৰ সৈন্যদল—মিলিটাৰী সৈন্যৰ অহা-যোৱা, ৰাতিৰ পিছত দিন ধৰি, দিনে ৰাতিয়ে সকলো সময়তে।

এই যুদ্ধৰ সময়ত কল-কাৰখানা, শিল্প প্ৰতিষ্ঠান, থিয়েটাৰ নাট্য কোম্পানী, চিনেমা কোম্পানী সকলো তলা লগাই ক'ৰ মানুহ কলৈ গ'ল তাৰ খবৰ কোনেও নৰাখিলে আৰু ৰাখিবও নোৱাৰিলে। আনহাতে এই বিশ্বযুদ্ধই পৃথিবীৰ মানুহবোৰৰ মাজত নবজাগৰণ আনিলে। মানুহবোৰে বুজি পালে যে এখন দেশেই কেৱল পৃথিবী নহয়, বিশ্ব নহয়। বিভিন্ন দেশ, মহাদেশ, সকলো ঠাইৰ মানুহৰ সমস্যা বেলেগ, জীয়াই থকাৰ পদ্ধতি, জীৱনধাৰা, পৰম্পৰা, সমাজনীতি, দেশৰ নীতি নিয়ম ভিন্ন ভিন্ন। বিভিন্ন দেশৰ সমস্যা বেলেগ বেলেগ আৰু এই সমস্যাসমূহ ভাবধাৰা চিন্তাধাৰা ভিন্ন হ'লেও প্ৰত্যেক দেশৰ, মহাদেশৰ, উপ-মহাদেশৰ মানুহৰ প্ৰধান সমস্যা হ'ল জনগণৰ ওপৰত শাসকশ্ৰেণী, ৰজা মহাৰজা,

দেশ নেতাসকলৰ শোষণ উৎপীড়ন, অত্যাচাৰ আৰু নিৰ্য্যাতন। সেইয়ে বিশ্বৰ চুকে কোনে আৰু প্ৰায় সকলো দেশতে মানুহবোৰৰ সাম্ৰাজ্যবাদ, শোষণ, নিষ্পেষণৰ বিৰুদ্ধে পৰাধীনতা আৰু গোলামীৰ বিৰুদ্ধে খৰ্বীত মৌলিক অধিকাৰৰ বিৰুদ্ধে জাগি উঠিল; জাগি উঠিল ৰাচিয়াত জাৰৰ বিৰুদ্ধে, ভাৰতবৰ্ষত ইংৰাজৰ বিৰুদ্ধে আৰু পৃথিৱীৰ প্ৰায় সকলো ঠাইত মানুহবোৰে বিচাৰিলে—স্বাধীনতা। নিজৰ দেশ নিজে শাসন কৰিবলৈ, নিজৰ ভাগ্য নিজে ৰচনা কৰিবলৈ। এইবোৰৰ গুৰিতে হ'ল বিজ্ঞানৰ নতুন নতুন আৱিষ্কাৰ ছপাখানা, এয়াৰোপ্লেন, টেলিভিচন, ৰেডিও, টেলিফোন, মেচিনগান, মটৰ ৰাভাৰ যন্ত্ৰ, এটম বোমা, হাইড্ৰোজেন বোমা, মিছাইল, টৰপেডো টেঙ্ক, বোমাৰু আৰু যুঁজাৰু বিমান আদি। আগৰ অন্ধ যুগৰ, অন্ধ বিশ্বাসৰ অন্ত পৰিল; নতুন আৰু এক আধুনিক যুগৰ সূচনা হ'ল আৰম্ভ হ'ল। মানুহবোৰ কাৰো তলতীয়া হৈ হুকুমৰ বশৱৰ্ত্তী হৈ থাকিবলৈ অমান্তি হ'ল, অঙ্গীকাৰ কৰিলে। সকলো দেশতে মানুহবোৰে স্বাধীনতা বিচাৰিলে সাম্ৰাজ্যবাদ, ধনতন্ত্ৰ, একনায়কত্ববাদ আৰু নিষ্পেষিত শাসনৰ পৰা মুক্তি বিচাৰিলে। নতুন নতুন নেতাৰ জন্ম হ'ল। নতুন নেতাৰ নেতৃত্বত স্বাধীনতাৰ আন্দোলন গঢ়ি উঠিল। বিপ্লৱ, সংগ্ৰাম আৰম্ভ হ'ল, মুচুলিনি, বুলগেনিন, লেনিন, গামাল নাছেৰ, কামাল পাছা, মহাত্মা গান্ধী, পণ্ডিত জৱাহৰলাল নেহৰু আদি বিশ্ব-বৰেণ্য নেতাসকলে দেশ স্বাধীন কৰাৰ নেতৃত্ব দি মানুহবোৰক একতা, ভ্ৰাতৃত্ব বন্ধুত্ব আৰু দেশপ্ৰেমিক হৈ আত্মবিশ্বাসী আন্দোলন চলাই যাবলৈ প্ৰেৰণা দিলে, বল আৰু সাহস দিলে আৰু নিজে স্বাধীনতাৰ আন্দোলনত জাপিয়াই পৰিল, পিছে পিছে হেজাৰ হেজাৰ অগণন দেশবাসী আগুৱাই আহিল আগবাঢ়ি আহিল।

এই বিশ্বযুদ্ধৰ লগত পৃথিৱীৰ বুকুত বহুত পুৰনি দেশ বিখণ্ডিত হ'ল। টুকৰাটুকৰ হ'ল আৰু তাৰ সলনি নতুন নতুন দেশৰ জন্ম হ'ল; আৰু জন্ম হ'ল নতুন নেতাৰ। আধুনিক আৰু বিজ্ঞানৰ যুগৰ নতুন নেতা দেশৰ শাসন-কৰ্ত্তা। জন্ম হ'ল প্ৰজাতন্ত্ৰ, গণতন্ত্ৰ, সমাজবাদ ধৰ্মনিৰপেক্ষ দেশৰ, সমাজৰ। আগৰ আৰু পুৰণি ধৰ্মৰ গোৰামী আৰু পুৰোহিতৰ নিৰ্দ্দেশত দেশ চলিব নোৱাৰে; জনগনৰ কল্যাণ আৰু উন্নতি হ'ব নোৱাৰে। ধৰ্ম আৰু ৰাজনীতি দুটা সুকীয়া বিষয়—দেশতকৈধৰ্মৰ আৰু ধৰ্মগুৰু ডাঙৰ হ'ব নোৱাৰে। ধৰ্মৰ বাণীৰে দেশ

নচলে, চলিব নোৱাৰে। হাতে-কামে কঠোৰ পৰিশ্ৰম—পুৰুষ আৰু তিৰোতা উভয়ে দেশৰ হকে কৰিব লাগিব—নিজৰ হকে কৰিব লাগিব, কেনেও কাৰো মুখাপেক্ষী হব নেলাগিব। সকলো মানুহৰ অধিকাৰ সমাজতে হওঁক, কৰ্ম-ক্ষেত্ৰতে হওঁক সমান হব লাগিব। সকলোৰে মৌলিক অধিকাৰ সমাজ, কৰ্মক্ষেত্ৰ, অৰ্থনীতি, শিক্ষাক্ষেত্ৰ ৰাজনীতি আদিত সমান হব লাগিব। মানুহৰ অধিকাৰ সমান, কোনো ভেদাভেদ নাই, উচ্চ, নীচ, জাতপাত, গোষ্ঠীগোত্ৰ নাই। আঞ্চলিকতা, ভাষাভৌগোলিক এলেকাই মানুহক অধিকাৰ পোৱাৰ পৰা বঞ্চিত কৰিব নোৱাৰে। আৰু কাৰ্য্যত পৰাও নাই।

সকলোৰে বাবে পৃথিবী একেখনেই, এইখনেই যিখন পৃথিৱীত আমি জন্ম-জন্মান্তৰৰ পৰা দেখিলে চিনি পাওঁ আৰু ভাল পাওঁ। যিখন পৃথিৱী সকলোৰে বাবে বৰ সুন্দৰ বৈচিত্ৰ্যপূৰ্ণ। সাগৰ-মহাসাগৰ, দ্বীপ, পৰ্বত-পাহাৰ, বৰফলৈ য'ত চিৰন্তন আৰু চিৰ প্ৰবাহমান; আৰু যিখন পৃথিৱী আমি দেখিছো আৰু উত্তৰ পুৰুষ সকলেও দেখিছে; জোন, বেলি, তৰা হেজাৰ তৰাৰ তিৰবৰনি, প্ৰাণময়তাৰে ভৰা ৰাতিৰ সপ্তমীৰ জোনৰ স্নিগ্ধ পোহৰ আৰু গভীৰ ৰাতিৰ নিৰৱতা শান্ত প্ৰাণ প্ৰাচুৰ্য্যৰে ভৰা মধুৰ নিৰৱতা আমাৰ যিদৰে ভাল লাগে আমাৰ পূৰ্ব পুৰুষেই ভাল পাইছিল। এইখন পৃথিৱী সকলোৰে মৰমৰ, আপোন আৰু চিৰ চেনেহৰ চিৰদিনৰ লগৰীয়া। এইখন পৃথিৱীৰে আমাৰ ঘৰ, এইখন পৃথিৱীৰ কেচা মাটিৰ চপৰাৰে আমাৰ শৰীৰ গঠিত, যাৰ ধূলি-মাটিত বাগৰি নৈ-বিল-পুখুৰীত সাতুৰি-নাদুৰি বায়ু সেৱন কৰি ডাঙৰ-দীঘল হওঁ। পুনৰ সেইখন পৃথিৱীৰ ধূলি-মাটিত আমাৰ নশ্বৰ দেহা মৃত্যুৰ পিছত মিলিবগৈ এক অনন্ত অনাদি কালৰ বাবে।

## ওঠৰ

শেষত কথাটো আৰু ঘটনাটো সকলোৰে জনাজনি হ'ল। গোবিন্দপুৰ, ৰতনপুৰ, বিলাশপুৰ, হাজিপুৰ, বছিৰহাট, জামাদাৰ হাট, নাইৰ আলগা, ভাই-জনীৰ চৰ। নাৰায়নপুৰ, ছৃদনাথপুৰ, বিলাসীপাৰা মুঠতে ৰতনপুৰৰ সকলো প্ৰজা, ৰায়ত, কোৰফা প্ৰজা, জোতদাৰ মৈৰাল মাহত আৰু সকলোৰে আন বহুতেই। কিছুমানে কথাটো শুনিলে আৰু শুচি গ'ল বজা জমিদাৰৰ কথালৈ

আমি ভাবিবৰ কিটো আছে। হালকোৰ মাৰি খেতি কৰি খোৱা মানুহ গান, গীত থিয়েটাৰ বাইস্কোপ, চিনেমাৰ কথা, নাটক অভিনয়, চোকৰা, চুকৰী নাচনী গিদাল, বহুৱা বায়েন্দাৰ ঢোলক আদিৰ কথা, বাঁহী দোতোৰা আদিৰ কথা কৈ থাকিলে আৰু শুনিলে পেট নভৰে, পেটত ভাত নেযায়। খেতি কৰা মানুহ খেতি-পথাৰৰ কথা, বতৰ, বৰষুণ, ধান ফচলৰ কথা কলে ভাল লাগে সুৱায়। কিন্তু ৰজা-জমিদাৰৰ কথা, ৰজা-জমিদাৰে ভাল পোৱা কামৰ কথা, নাটক, থিয়েটাৰ, চিনেমাৰ কথা কোৱাৰ আলোচনা কৰাৰ আমাৰ প্ৰয়োজন নাই, আৱশ্যক ফুলগুৰি গাওঁৰ দক্ষিণমূৰে অৱস্থিত পুৰণি বট গছজোপাৰ তলত মলা ধপাতবে লগোৱা হোকাৰ ধোৱাবোৰ নাক আৰু মুখেৰে উলিয়াই দি হোকাটো কছেৰ গীতালৰ হাতত দি ৰহমত উল্লাই ওপৰৰ কথাখিনি বট গছজোপাৰ তলত বহা সকলোকে ক'লে। বহি থকা ধন, পেটুৱা বন্দা, গঙ্গাৰাম, মছেৰ, আদেৰ, মহীকান্ত, বছিৰ তপছেৰ, মাছৰ আৰু পচাই ৰহমত উল্লাৰ ফালে একেথৰে চাই পঠিয়ালে কিছু কৌতুহল হৈ উদ্বিগ্ন হৈ। কোনেও কথাখিনিৰ অৰ্থ কি আৰু কি কাৰণত ৰহমত উল্লাই ক'লে বুজি পোৱা নাই, বুজ নোপোৱাৰ বাবে। কিছু সময় নিৰবে পাৰ হ'ল।

চতৰ শেষৰ বতৰ। কেইদিনমান আগতে টান বৰষুণ জাক হৈছিল। শুকান, মৰুময়, পৃথিৱীখনৰ ধূলি মাকতিবোৰ নোহোৱা হৈছিল। পথাৰ, আদি পদূলিত নতুন ঘাঁহবনৰ সেউজীয়া কুঁহিপাতবোৰ ওলাইছিল। গছ-বিৰিখৰ কোমল আৰু সেউজীয়া কুঁহিপাতবোৰ মৃদু বতাহ জাকৰ কোবত জৰ জৰ শব্দ কৰিছিল। সকলোতে কেৱল কেঁচা ঘাঁহ, কুঁহিপাত আৰু কেঁচা মাটিৰ গন্ধ, আৰু কেঁচা দুবৰি বনত ভাল লগা সুবাস। নীল আকাশত দুই এচপৰা ডাৱৰ উপঙি ফুৰি আকাশখন শুৱনি আৰু ভাল লগা কৰি তুলিছিল— মোহনীয় কৰি তুলিছিল।

বটগছৰ তলত বহি থকা সকলোৱে মূৰ তুলি চালে—চৈ দিয়া ম'হৰ গাড়ী এখন ম'হৰ গলত পিন্ধোৱা ঘণ্টা বজাই আহি আছে। সকলোৱে নিৰবে গাড়ীখন ওচৰলৈ অহালৈ বাট চালে আৰু এটা সময়ত গাড়ীখন আহি গছ জোপাৰ তলত ৰৈ দিলে। গাড়ীৰ পৰা মানিক জোতদাৰ নামি আহিল "ৰতনপুৰৰ জমিদাৰ প্ৰভাত নাৰায়ণৰ ওচৰৰ পৰা আহিলো। প্ৰণব আৰু প্ৰতিমা আজি কলিকতালৈ যাব—ৰজা বাহাদুৰে মাতিছিল"। মানিক জোতদাৰে

বহি থকা সকলক উদ্দেশ্য কৰি সকলোৱে শুনকৈ কলে আৰু গছৰ তলত মানুহবোৰৰ লগত বহিল। মলা ধপাতেৰে লগোৱা হোকাত টান মাৰি পুনৰ মানুহবোৰৰ ফালে চাই ধোৱাবোৰ আনন্দ মনেৰে ওপৰলৈ এৰি দি কৈ গ'ল :

জমিদাৰৰ ল'ৰা জমিদাৰ হ'ব লাগে, জমিদাৰী চলাব লাগে ৰাজকুমাৰ ৰজা হব ৰাজকুমাৰী ৰানী হ'ব লাগে। কিন্তু ৰজাৰ ল'ৰাই থিয়েটাৰ কৰে,নাটক লিখে, চিনেমা কৰে আৰু ৰাজকুমাৰী গান গায়, গীত গায় দেশে দেশে ঘুৰি ফুৰে ষ্টেজত ভাটিয়ালী গায়। অতুলনীয় ৰূপৰ অধিকাৰিণী প্ৰতিমাৰ ভাটিয়ালী গান শুনিবলৈ দেশ-বিদেশৰ পৰা শ্ৰোতা আহে ৰজা-মহাৰজা আহে, ৰাজকুমাৰ ৰাজকুমাৰী আহে আৰু প্ৰতিমাৰ গান শুনে; সকলো শ্ৰোতা মুগ্ধ হয়, বিভোৰ হয় আৰু নিৰবচ্ছিন্নভাৱে মৌন আৰু তন্ময় হৈ গান শুনে আৰু নিজকে ধন্য মানে। প্ৰতিমা ৰাজকুমাৰীৰ ভাটিয়ালী শুনাৰ পিছত বহুতৰ আগত গৌৰৱ কৰি কয়, নিজকে ভাগ্যবান বুলি কয়।

ভগৱান নিজ হাতেৰে ৰূপ গুণ ঢালি দি প্ৰতিমাক বনাইছে, সজাইছে। ৰূপত প্ৰতিমা অতুলনীয় অপৰূপা, অনন্যা সুন্দৰী—আনহাতে কোকিলকণ্ঠি। ভাগ্য আৰু ৰূপ দুয়োটা একেলগে দিছে। ৰতনপুৰ, গোবিন্দপুৰ জমিদাৰীত প্ৰতিমাৰ নিচিনা গুণৱতী ৰূপৱতী ৰাজকুমাৰী নাই, গাভৰু আৰু যুৱতী নাই, হিন্দুস্থান, চমৰখণ্ড, বোখৰা আৰব পাৰস্যত নাই এনেকি বিশ্বৰ অন্য কোনো দেশত নাই আৰু থাকিব নোৱাৰে। "প্ৰতিমাৰ ওপৰত লক্ষ্মী, সৰস্বতী, দুৰ্গা দেৱীৰ আশীৰ্বাদ আছে, দেৱীৰ অংশ" কথাখিনি কৈ মানিক জোতদাৰ হোকাটো পুনৰ তৃপ্তিৰে টানিলে নাক আৰু মুখেৰে ধোৱাবোৰ উলিয়াই দি, পকেটৰ পৰা তামোল উলিয়াই আনি মুখত ভৰাই। পিককিনিৰ কিছু অংশ পেলাই আৰু কিছু অংশ গিলি পুনৰ কৈ গ'ল।

"আজি ৰাতিৰ ৰেলত ৰজাবাহাদুৰ প্ৰণৱ আৰু ৰাজকুমাৰী প্ৰতিমা কলিকতালৈ গ'ল। বিদায় দিয়াৰ সময়ত ৰজা আৰু পিতৃ প্ৰতাপ নাৰায়ণ চৌধুৰী চিন্তিত আৰু শোকত ম্ৰিয়মান হৈ পৰিছিল। ৰজা বাহাদুৰ প্ৰণৱ চিনেমা কৰিব, চিনেমা বনাব, নাটকত অভিনয় কৰিব। ৰাজকুমাৰী প্ৰতিমা গান গাব, গানৰ ৰেকৰ্ড কৰিব। ৰেল ষ্টেচনত শ শ মানুহ বিদায় দিবলৈ গৈছিল আৰু যোৱা প্ৰতিজন প্ৰজা, ৰায়ত খেতিয়ক, ৰজা, জমিদাৰ সকলোৰে চকু বাষ্পাকুল হৈছিল; শোকত ভাগি পৰিছিল; ৰেল ষ্টেচনত এটা কৰুণ বিননিৰ

সুৰ বিয়পি পৰিছিল; দুঃখ-শোক আৰু হতাশাত ভাগি পৰিছিল জমিদাৰ প্ৰতাপ নাৰায়ণ চৌধুৰী। সকলোৱে মিলি প্ৰতাপ নাৰায়ণক সান্ত্বনা দিলে বুজালে। দুখৰ ভাগি হৈ মই কলো:

"বহু শতাব্দীৰ পূৰ্বে মানুহৰ জীৱনৰ জৰা-ব্যাধি, দুঃখ-শোক, পাপ-তাপ মোচনৰ বাবে, মুক্তি পাবৰ বাবে ৰাজদৰবাৰ এৰি, নিজৰ সুন্দৰী পৰিবাৰ এৰি, ৰাণী এৰি, পাৰ্থিব জীৱনৰ মায়া-মমতা এৰি, ৰাজদৰবাৰৰ সুখ, আনন্দ, উল্লাস এৰি, ৰাজকাৰ্য্য এৰি গৌতম নামৰ ৰাজকুমাৰ এজনে ৰাতি মনে মনে ৰাজকাৰেঙৰ পৰা ওলাই গৈছিল; সাৰনাথ নামৰ ঠাইত ভগবানৰ ধ্যানত তপস্যা আৰম্ভ কৰিছিল আৰু বহু বছৰ তপস্যা কৰাৰ পিছত লাভ কৰিলে সত্য, অহিংসাৰ পথ, প্ৰেম আৰু জ্ঞানৰ পথ। জীৱহত্যা মহাপাপ—অহিংসাই পৰম ধৰ্ম। গৌতম বুদ্ধই জৰা, ব্যাধি, পাপ-তাপৰ পৰা মুক্তি বিচাৰি পৰম সুখৰ পথ দেখুৱাই থৈ গ'ল। আৰু এদিন আৰব মৰুভূমৰ ভেৰাৰখীয়া, ঘাট মাউৰ নিৰক্ষৰ ল'ৰা এটাই হেৰা পৰ্বতৰ গুহাত দিনৰ পিছত দিন ধৰি বছৰৰ পিছত বছৰ ধৰি আল্লাৰ ধ্যানত মগ্ন হ'ল। আৰু এদিন এক সত্য পথ আৰু ধৰ্মৰ পথ বিচাৰি পালে, যি পথ কেৱল গুণী-জ্ঞানী মহাপুৰুষৰ পথ, নবীসকলৰ পথ, ভ্ৰাতৃত্ব, প্ৰেম আৰু মিলনৰ পথ। আল্লা মহা স্ৰষ্টু, তেওঁৰ কোনো শৰীক নাই। তেওঁ পৰম দয়ালু পৰম করুণাময় ক্ষমাশীল আৰু সকলোৰে মালিক। তেওঁ ইহকাল, পৰকালত মানুহৰ ওপৰিও সকলো জীৱৰ বিচাৰকৰ্ত্তা, ক্ষমাদান কৰ্ত্তা, তেওঁৱেই অন্নদাতা—ভাগ্য নিৰ্ণয় কৰে, আৰু তেওঁৰ দয়া আৰু ৰহমৰ বাহিৰে মৃত্যুৰ পিছত কঠোৰ শাস্তি আৰু অন্ধকাৰত থকা দিনবোৰত মুক্তি নেপায়, দিব নোৱাৰে। তেওঁৱেই পৰকালৰ কঠোৰ আজাবৰ পৰা মুক্তি দি দয়া আৰু ক্ষমা কাৰ বেহেস্তত স্থান দিব পাৰে। আল্লাৰ পৰা পোৱা এই পবিত্ৰ বাণীসমূহ বহী (দেৱদূত) যোগে পায় আৰু পবিত্ৰ কোৰাণ শৰীফত লিপিবদ্ধ কৰে মানুহৰ মাজত প্ৰচাৰ কৰে। তেওঁ প্ৰচাৰ কৰা সত্য ধৰ্মৰ নাম ইছলাম।

জীৱন বন্ধনহীন। মন মুক্ত। এই মুক্ত মন আৰু জীৱন যি পথত সত্য আৰু অসীম আনন্দ, প্ৰেম, অমীয় সুধা বিচাৰি সেই প্ৰেম আৰু সত্য পথৰ পথিক হৈ ৰাজদৰবাৰ এৰে, পাৰ্থিব জীৱনৰ সুখ, আনন্দ এৰে আৰু নতুন সৃষ্টিৰ আনন্দত নিজে পৰমানন্দ লাভ কৰে। যি আনন্দ আৰু প্ৰেম জীৱনত কোনো

দিনেই শেষ নহয়। তেনে এক অপৰিসীম সত্যৰ সন্ধান, জীৱন দৰ্শনৰ, মানুহৰ জীৱনৰ চিৰন্তন আৰু সত্যৰ সন্ধান পাইছিল প্ৰণৱ। নাটক আৰু অভিনয়ৰ মাজেৰে বিভিন্ন মানুহৰ জীৱনৰ চৰিত্ৰৰ বাস্তৱ ৰূপ দি, ৰূপায়ণ কৰি ৰজাৰ পৰা পথৰ ভিখাৰীলৈকে সকলোৰে জীৱনৰ সুখ, দুঃখ, হাঁহি, আনন্দ নিজৰ জীৱনৰ হাঁহি-কান্দোন সুখ-দুঃখ বুলি লৈছিল। আৰু প্ৰতিমাই গীতৰ মাজেৰে সৃষ্টি কৰে সুৰৰ মায়া-জাল, যাদু, যি সুৰ আৰু গীতৰ কেতিয়াও শেষ নহয়; হেজাৰ জনৰ মুখত বাগৰে, উচ্ছাৰিত হয়। হেজাৰ আৰু লাখজনক আনন্দ দিয়ে, জীৱন সুন্দৰ কৰে, জীৱন ভাল লগা কৰি তোলে। প্ৰণৱ যেন অভিনয় কৰা নাই সঁচা, শাশ্বত এক জীৱনৰ কাহিনী নিজৰ জীৱনৰ ঘটনা, নিজে ভুক্তভোগী। সেইয়ে প্ৰণৱ আৰু প্ৰতিমা জমিদাৰ প্ৰতাপনাৰায়ণ চৌধুৰীৰ অকল যুৱৰাজ আৰু দুহিতা নহয়। ৰাজকুমাৰী নহয় ৰজাবাহাদুৰ নহয়। দুয়ো সকলোৰে প্ৰিয় আৰু মহান শিল্পী। নৱ সৃষ্টি আৰু জীৱনৰ আলোক-সন্ধানী শিল্পী, মহান স্ৰষ্টা, ৰূপকাৰ কলাকাৰ নাট্যকাৰ, সুৰকাৰ পৰিচালক প্ৰণৱ বৰুৱা। মহান শিল্পী প্ৰণৱ বৰুৱাৰ পিছে পিছে আগে আগে হেজাৰ দৰ্শক আৰু শ্ৰোতাৰ নতশিৰে নমস্কাৰ। হেজাৰ চালাম যেন মহাৰজা, "সম্ৰাট ৰাজদৰবাৰৰ পৰা ওলাই ৰাজ্যৰ প্ৰজাসকলক দৰ্শন কৰিবলৈ ওলাইছে; লগত হেজাৰ চিপাহী লস্কৰ, লিকচৌ সকলক লৈ; সসন্মানে সম্ৰাটক আদৰি সাদৰ ভাল পোৱা দি প্ৰজা ৰায়ত সকল লৈ গৈছে সুগন্ধি ফুল ছটিয়াই। পুষ্পআবৃত সুসজ্জিত আসনত বহুৱাই, পুষ্পমালা পিন্ধাই। পৃথিৱীৰ অন্য কোনো দেশত, ৰাজ্যত শিল্পীক তাৰ মানুহবোৰে ভাল পায় নে নেপায়, জনা নেযায়, ভল্গা, মিছিছিপি, হোৱাংহো, নীল নদীৰ পাৰত তেনে শিল্পী আছে নে নাই, জন্ম হৈছে নে নাই জনা নেযায় আৰু হয়ত হোৱাও নাই। কিন্তু অসমৰ ৰতনপুৰ। গোবিন্দপুৰৰ গদাধৰ নৈৰ পাৰত অমৰ আৰু মহান দুইশিল্পী প্ৰণৱ আৰু প্ৰতিমা সকলোৰে প্ৰিয় এনেকি জীৱনতকৈ বেছি মৰমৰ শিল্পী প্ৰণৱ বৰুৱা আৰু প্ৰতিমা। ৰাজকুমাৰী প্ৰতিমা আৰু ৰজা বাহাদুৰ যুৱৰাজ প্ৰণৱ।

ৰতনপুৰৰ সৰু ৰেলষ্টেচনত মানুহবোৰ বেলখন যোৱাৰ পিছতো ৰৈ গৈছিল। বাহিৰত ৰাতিৰ এন্ধাৰ আৰু ষ্টেচনৰ লেম্পৰ ক্ষয়িষ্ণু পোহৰ। ৰৈ

যোৱা মানুহবোৰৰ কাৰো মুখত মাতবোল নাছিল, সকলোৱে শোকত, দুঃখত ভাৰাক্ৰান্ত বিহ্বল আৰু ম্ৰিয়মান।

অৱশেষত ৰাতিৰ এন্ধাৰৰ মাজত কলিকতালৈ যোৱা ৰেলগাড়ীখন তীব্ৰ বেগেৰে হেৰাই গৈছিল। ৰেলৰ শব্দ, উঁকি নোহোৱা হৈছিল আৰু ৰাতিৰ আন্ধাৰ চাৰিওফালৰ পৰা নামি আহিছিল। ৰাতি গভীৰৰ পৰা আৰু গভীৰ হৈছিল। ক্ষয়িষ্ণু পঞ্চমীৰ জোনটো পশ্চিম আকাশত বহু তললৈ লহিয়াইছিল। ষ্টেচনৰ ওচৰৰ ফুলগুৰি গাওঁৰ মানুহবোৰ তেতিয়া লাল কাল দি শুই পৰিছিল— পৃথিৱীৰ কতো সাৰসুৰ নাই কোলাহল হাই উৰুমি নাই। কেৱল মাজৰাতিৰ ঘুটমুট এন্ধাৰ আৰু নিৰৱতা, ৰাতিৰ এই নিৰৱতা আৰু শান্ত প্ৰাণময়তাক সাৱটি পৃথিৱীৰ আৰু ৰতনপুৰৰ মানুহবোৰ শুই পৰিছিল।

## উনৈশ

ঘৰবোৰ কিছু পুৰণি জৰাজীৰ্ণ, ৰাস্তাটো সিমানে বহল নহয়। ৰাস্তাটোৰে এখন গাড়ী, এখন টাংগা, এফালৰ পৰা যাব পাৰে আৰু গৈ থাকে। এই বাটেৰে অহা প্ৰতিজন মানুহ, পথিক আৰু যাত্ৰীক চিনি পায় খিলিপানৰ দোকানি ৰস্তম, টাংগাৱালা গফুৰ খান, মিঠাইৱালা হাৰাধন ঘোষ, আতঁৰৱালা মুন্সী মিয়া আৰু ফুলৱালী কমলী। টাংগাৱালা, আতঁৰৱালা, মিঠাইৱালা, ফুলৱালী আৰু পান-দোকানিয়ে মানুহবোৰক চিনি পোৱাৰ ওপৰিও মানুহবোৰক ভাল পায়। এই গলিৰ বাটটোৰে টাংগাৱালা তাৰ টাংগাৰে কিমান মানুহক লৈ আহিল আৰু ঘৰত থৈ আহিল তাৰ হিচাব ৰখা নাই ; নাই পানৱালা, মিঠাইৱালা, আতঁৰৱালাৰ ওচৰত। এই গলিৰ মানুহবোৰৰ বাবে ৰাতি আৰু দিনৰ প্ৰভেদ প্ৰায় নাই ; সকলো সময়তে মানুহবোৰ আছে। প্ৰত্যেকেই প্ৰত্যেকৰ চিনাকি, পৰিচিত বন্ধু সহায়কাৰী লগৰীয়া। কিন্তু ৰাতিপুৱাৰ পৰা ৰাবটালৈকে সকলোৱে নিজৰ নিজৰ কামবোৰ কৰে। টাংগাৱালা, পানৱালা, মিঠাইৱালা, আতঁৰৱালা আৰু ফুল-ৱালী ? ইজনে সিজনৰ বন্ধু, বিশ্বাস কৰে আৰু আপোন। কাৰো কথা কোনেও নেপেলায়, কাৰো কাম আৰু কথাত কোনেও বাধা নিদিয়ে, পাৰিলে এজনে আনজনক সহায় কৰে কথাৰে, উপদেশ দি, হাতেকামে।

এই গলিৰ নাম 'ৰাণীৰ' গলি। চম্পা, নন্দা আৰু কামিনী তিনিওজনী নিজৰ নিজৰ ঘৰত থাকে। তিনিওজনীৰ বয়স প্ৰায় সমান, যৌৱন ওপচি পৰা গাভৰু, ভৰ-যৌৱনৰ আহ্বান আকৰ্ষণ আৰু মাদকতাৰে ভৰা চম্পা, নন্দা আৰু কামিনী; নন্দা, চম্পা আৰু কামিনী। সদায় পৰিষ্কাৰ আৰু দামি কাপোৰ পিন্ধে, সোনৰ অলঙ্কাৰ পৰিধান কৰে, আতঁৰ চেণ্ট আৰু খুচবু লগায়। চকুত কাজল আৰু নখত নখপলিচ আৰু আলতা লগায়। জৰ্দা পান খায় আৰু পানৰ লগত খয়েৰ, মেথি, পানবিলাস মছলা, এলাচি, বেনাৰসী জৰ্দা কন্তমৰ দোকানৰ পৰা আনে আৰু খায়। এই পান নিজে খায় আৰু সদায় পানদানি ভৰাই ৰাখে মিঠাপাতী পান, জৰ্দা, মেথি, পানবিলাস, জৈষ্ঠমধু, এলাচি, ছপ, চুপাৰি আদি।

প্ৰত্যেক জনীৰ ৰুম দুটা। এটা ড্ৰইং ৰুম আৰু আনটো বেডৰুম। ড্ৰইং ৰুমটোত ৰৰবেছি বস্তু নাই; আছে কেৱল খিৰিকিৰ আধাৰৈকে পৰ্দা, দুৱাৰত পৰ্দা সোঁমাজত এখন চেণ্টাৰ টেবুল। টেবুলখনৰ ওপৰত এটা ফুলদানি—চম্পা ফুলেৰে সজাই ৰখা হৈছে; এটা ধূপদানিত সুগন্ধী ধূপবাতী লগোৱা হৈছে। দুখন চকী টেবুলখনৰ দুইফালে কুচন সহ ৰখা হৈছে। এটা এছট্ৰে, এক পেকেট দামী চিগাৰেট, পানৰ বটাত খিলিপান বনাই আৰু কন্তমৰ দোকানৰ পৰা আনি সজাই ৰখা হৈছে।

আৰু বেডৰুমত এখন টুইনবেড আৰু বিছনাখনৰ নিচেই কাষত এখন সৰু টেবুল। টেবুলৰ ওপৰত দুটা গিলাচ, দুটা বিলাতী মদৰ বটল, হুইস্কীৰ বটল আৰু কিছু ভজা মাংস, কেচা চানা বুট আৰু আনখন প্লেটত আখৰুট, বাদাম কিছমিছ, আপেল, আঙুৰ কমলা আদিবোৰ আলফুলে সমতলে সজাই ৰখা হৈছে বিছনাখনত দামী মুৰদাবাদী বিছনা ছাদৰ, ৰেচমী কাপোৰৰ দীঘল গোল গাৰু সুগন্ধী আতঁৰ মেছকাত, গোলাপজল চটিয়াই সুবাসিত কৰি ৰখা হৈছে আৰু লুবান জলাই ৰুমটো আৰু সুবাসিত কৰি ৰখা হৈছে, সুগন্ধিত কৰি ৰখা হৈছে। পৰিপাটী আৰু চিকুন কৰি ৰখা হৈছে। বিছনাখনৰ নিচেই কাষত আৰু এখন টেবুলত আছে এটা গ্ৰামোফন, এটা চেতাৰ। চম্পাই গ্ৰামোফনৰ গান শুনে আৰু নিজে ভাল চেতাৰ বজায় আৰু বজাই ভাল পায়; আনৰ ওচৰত আলহিৰ ওচৰত বজাই আনন্দিত হয়, উল্লাসিত হয়।

ঘৰটোত সোমোৱাৰ বাট মুঠতে এটা, গেট এটা, প্ৰস্থান এটা। চাৰিওফালে

ওৱাল দিয়া আছে আৰু সৰ্কি ৰথা বোটৰ সৰু দুৱাৰখন খুলি ভিতৰলৈ সোমাব লাগে আৰু যোৱাৰ সময়ত পুনৰ সেইখন গেটেৰেই ওলাই যাব লাগে। গেটখনৰ সোঁফালে আৰু ভিতৰত এজোপা শেৱালী ফুলৰ গছ, তিনিজোপা তগৰ, ৰজনীগন্ধা, দুজোপা পাৰিজাত, দুজোপা থলপদ্ম ফুলৰ গছবোৰ প্ৰায় প্ৰত্যেকজন অহা-যোৱা কৰা আলহিৰ গাত লাগো লাগো হৈ আছে। এই মেইন গেটৰ সন্মুখত এখন সৰু চাইনবোৰ্ড "ৰাণী পেইং গেষ্ট"। সৰু সুৰা আৰু পুৰনি অথচ প্ৰায়বোৰ মানুহৰ চিনাকি অতিথিশালা। ৰাণী পেইং গেষ্টত কোনোবা মতা মানুহ আছে নে নাই কোনেও কব নোৱাৰে, দেখা নাই কাৰণ ৰাণী পেইং গেষ্টত মানুহবোৰ দিনতকৈ ৰাতি বেছি আহে। কোনোবাই আহে চম্পাক বিচাৰি, কোনোবাই নন্দাক বিচাৰি আৰু কোনোবাই আহে কামিনীক বিচাৰি। চম্পাৰ আলহি, নন্দাৰ আলহি, কামিনীৰ আলহি, ৰাতিৰ আলহি।

ৰাণী পেইং গেষ্টৰ মালিকীনী এজন তিৰোতা। তিৰোতাজনী হিন্দুস্থানী নে বঙালী সঠিক কৈ ধৰিব নোৱাৰি; মানুহজনী হিন্দী, উৰ্দু, অসমীয়া আৰু বঙালী ভাষা সুন্দৰ সলসলীয়াকৈ কব পাৰে। দেখাত মানুহজনী সুন্দৰী আৰু আটিল দেহাৰ, গাৰ গঠন ভাল, মাত কথাত এটা নাৰীসুলভ আকৰ্ষণ আছে। বয়স চল্লিছৰ ওপৰ যদিও সদায় সাজি কাচি থাকে আৰু যিকোনো মানুহৰ লগত কথা পাতোতে মিচিকি হাঁহি মাৰি আনন্দ মনেৰে পাতে; মানুহজনীৰ মাত কথা আৰু কণ্ঠৰ সুৰ কিছু নাৰীসুলভ মৃদু হোৱা বাবে, সুন্দৰ দেহ গঠনৰ হোৱা বাবে, মানুহজনী এতিয়াও সকলো পুৰুষৰ বাবে ভাল লগা হৈ আছে, আকৰ্ষিত হৈ আছে। মানুহজনীৰ দেহত যৌৱনৰ মাদকতা আৰু পুৰুষে বিচৰা কায়িক আকৰ্ষণ আছে নিয়ন্ত্ৰণ আছে।

পেইং গেষ্টৰ ছিট বিচাৰি যোৱা আলহি প্ৰথমতে ৰাণী বাইৰ পৰা অনুমতি লব লাগিব। ৰাণীবাই যদি কয় ছিট আছে তেতিয়া সকলো আছে। আছে চম্পা, নন্দা আৰু কামিনী। ৰাণীবাইৰ হাতত ফিজৰ টকা জমা দিয়াৰ পিছত ৰাণীৰ নিৰ্দেশমতে আৰু প্ৰায়ে ৰাণী বাইয়ে কাষ্টমাৰ আৰু আলহি অতিথি চাই চম্পা, নন্দা, কামিনী যাক মাতিব লাগে মাতি পঠিয়ায় আৰু নতুন আলহিৰ লগত পৰিচয় কৰি দিয়ে, চিনাকি কৰি দিয়ে আৰু চম্পা, নন্দা, কামিনী যাৰ ভাগত পৰে লৈ যাবলৈ আদেশ দিয়ে। ৰাণীবাইৰ আদেশমতে

লৈ যায় চম্পা, লৈ যায় নন্দা, লৈ যায় কামিনী নিজৰ নিজৰ আলহিক নিজৰ নিজৰ কমলৈ সদায় যিদৰে নিয়ে আৰু নিব লাগে দিনৰ আলহিক, ৰাতিৰ আলহিক ইয়াত চম্পা, নন্দা আৰু কামিনীৰ কোনো নিজা কথা, ওজৰ-আপত্তি ভাল লগা, বেয়া লগাৰ কথা নাই—প্ৰশ্ন হুঠে আৰু উঠিব নোৱাৰে। এইয়া এদিনৰ কথা নহয়, দুদিনৰ কথা নহয়, চাৰি দিনৰ আগতে চম্পা যেতিয়া ৰাণীৰ গলিত আৰু ৰাণীবাইৰ ওচৰত কাম বিচাৰি আহিছিল তেতিয়া ৰাণীবাইয়ে চম্পাক ভৰিৰ পৰা মূখলৈ, মূৰলৈ চাই কৈছিল :

"আছে কাম আছে, খোৱা লোৱা, কাপোৰ-কানি থকা মেলা সকলো দিয়া হব, প্ৰসাধন সামগ্ৰী, দামি শাৰী, ব্লাউজ, চেমিজ, চেলোৱাৰ কূৰ্ত্তা, কাজল, মছকৰা, জেতুকা, নথ পালিচ আঁতৰ চেণ্ট সকলো। ফুলমালা টকা যিমান লাগে সিমান" ৰাণীৰ কথাত চম্পা মান্তি হৈছিল আৰু ৰাণীবাইৰ শলাগ লৈছিল আৰু ৰাণী বাই বুলি মাতি বৈ গৈছিল।

প্ৰথম দিনৰ আলহি, প্ৰথম ৰাতিৰ আলহি হৈ বৈ গৈছিল এজন ডেকা—দেখাত শুৱনী, বলিষ্ঠ কামুক, যৌৱনক ভাল পায় জীৱনক ভাল পায়। চিন্তিত আৰু মূৰৰ চুলিবোৰ অন্যবস্ত, অল্পভাষী দামী চিগাৰেট খায় পিন্ধনত এযোৰ দামী ছুটটাই।

মাজ শৰতৰ ৰাতি। আকাশত সপ্তমীৰ পূৰ্ণচন্দ্ৰ আৰু জোনৰ স্নিগ্ধ নিৰ্মল পোহৰ বিয়পি পৰিছিল ; শান্ত মৃদু বতাহজাক বৈ আহিছিল। কুঁৱলি মিহলি জোনাকৰ ৰূপালী পোহৰখিনি ৰাতিৰ পৃথিৱীত বিয়পি পৰিছিল। মেইন গেটৰ নিচেই কাষত থকা শেৱালী জোপাত ফুলবোৰ ফুলি শুকুলা' হৈ পৰিছিল আৰু বহুত ফুল গছজোপাৰ তলত সৰি পৰি বগা তুষাৰৰ ডলিচা যেন হৈ পৰিছিল চাৰিওফালে কেৱল শেৱালী ফুলৰ পবিত্ৰ ভাল লগা মন প্ৰাণ উতলা কৰা সুবাস। এই সুবাস খোলা খিৰিকীখনেৰে জোনাকৰ পোহৰৰ লগত মিহলি হৈ সোমাই চম্পাৰ কমটো সুবাসিত কৰি তুলিছিল—ভাল লগা কৰি তুলিছিল ; ৰাতিৰ শান্ত নিৰৱতাৰ প্ৰাণময়তাৰে ওপচাই তুলিছিল অফুৰন্ত কৰি তুলিছিল।

চম্পা কোঠাটোৰ ভিতৰত থকা চকীখনত বহি গ্ৰামোফনৰ গীত এটা শুনি আছিল। দুৱাৰ খিৰিকিবোৰ খোলা আছিল। ৰাতি কিছু হৈছিল। দুৰ্গাপূজাৰ আয়োজন বাটে বাটে আৰু বিভিন্ন ঠাইত মানুহবোৰ দুৰ্গাদেৱীৰ

প্ৰতিমা ভৰা, কাঁহ-ঘণ্টা বজাই জয়ধ্বনি দি পূজামণ্ডপত লৈ গৈ আছে। অন্যায়, পাপ, অত্যাচাৰ উৎপীড়নৰ পৰা পৰিত্ৰাণ পাবলৈ মানুহে দুৰ্গাদেৱীক পূজা কৰে, পূজা দিয়ে। আন্তৰিকতাৰে ভক্তিসহকাৰে শক্তি দেৱীৰ আগত ম'হ, পঠা ছাগলী বলি দিয়ে আৰু আগলৈ অহা দিনবোৰৰ বাবে শক্তিদেৱীৰ পৰা আশীশ বিচাৰে, কৰুণা বিচাৰে, দয়া আৰু ক্ষমা বিচাৰে। লক ডাঙৰ আৰু সকলো ভক্তই ভক্তিসহকাৰে দেৱীৰ আগত আঠুলৈ নতশীৰে সেৱা জনায়, পূজা অৰ্চনা দিয়ে। মহালয়াৰ পিছত কুমাৰ ঘৰৰ মানুহে আহি বাণীৰ ঘৰৰ দুৱাৰ মুখৰ মাটি লৈ গৈ শক্তিদেৱী দুৰ্গাৰ প্ৰতিমাক শেষবাৰৰ বাবে বোল সানি প্ৰতিমা শেষ কৰিছিল জীৱন্ত কৰি তুলিছিল। দুৰ্গাদেৱীৰ প্ৰতিমাত বাণীৰ পদুলিৰ মাটি অপৰিহাৰ্য্য মাটি নহলে দুৰ্গাৰ প্ৰতিমা সম্পূৰ্ণ হব নোৱাৰে, দুৰ্গা পূজা হব নোৱাৰে শক্তিদেৱীৰ পূজা হব নোৱাৰে।

কেইদিনমান পাৰ হৈছিল।

দুৰ্গাদেৱীৰ প্ৰতিমাত কুমাৰ, মৃতকাৰে মন প্ৰাণ ঢালি দি আন্তৰিকতাৰে প্ৰতিমাত য'ত যি ৰঙ দিব লাগে দি জীৱন্ত কৰি তুলিছিল আৰু আজি বেল বৰণৰ আগ দিয়া ভক্তসকলে, ধৰ্মপ্ৰাণ ধাৰ্মিকসকলে দেৱীৰ মূৰ্তি কান্ধত লৈ নিজৰ নিজৰ পূজামণ্ডপত স্থাপন কৰিবলৈ ওৰে ৰাতি ঢোল, খোল বজাই, আৰু ধূপ ধূনাৰ পৱিত্ৰ সুবাস দি জয়, উল্লাস আৰু ভক্তিসহকাৰে লৈ গৈছিল। ওৰে ৰাতি বাট-পথত মানুহৰ সমাগম অহা-যোৱা, ঢোল ডবাৰ পৱিত্ৰ শব্দ আৰু চাৰিওফালে মানুহবোৰ উজাগৰে আছে—সকলো ঠাইত শক্তিদেৱী দুৰ্গা উৎসৱ, দুৰ্গাপূজা দেৱীপূজা।

ৰাতি কিছু হৈছিল। বাহিৰত জোনাকৰ নিৰ্মল পোহৰ আৰু কুঁৱলী মিহলি মৃদু বতাহজাক গাত লগাই চম্পা শেৱালীজোপাৰ কিছু আঁতৰত বহি আছিল আৰু শেৱালীজোপাৰ পৰা নিৰবচ্ছিন্ন এটা দুটা কৈ সৰি পৰা শেৱালী ফুলবোৰ চাই কিছু তন্ময় আৰু নিৰৱ হৈছিল মৌন হৈছিল। বাটেদি তেতিয়াও মানুহবোৰ দুৰ্গাদেৱীৰ প্ৰতিমা কঢ়িয়াই লৈ গৈ আছে, মঙ্গলধ্বনী দি মঙ্গল বাদ্য বজাই।

আৰু কিছু সময় পাৰ হ'ল।

জোনাকৰ পোহৰত দেখিলে বাণীবাইৰ লগত এজন সুন্দৰ শ্ৰীচেহেৰাৰ ডেকা যুৱক। বাইৰ আদেশমতে ডেকাজন চম্পাৰ পিছে পিছে খোজ ললে

আৰু এটা সময়ত চম্পাৰ ৰুমটোৰ ভিতৰত সোমাই গ'ল আৰু বাহিৰৰ পৰা বাণীবাই দুৱাৰখন বন্ধ কৰি দি প্ৰায় চিঞৰীয়ে কলে :

"নিশিবাবু পাৰমানেণ্ট আলহি, ৰাতি থাকিব ভালকৈ আলপৈচান ধৰিবি যি বিচাৰে দিবি, নিশিবাবুৰ যাতে অসুবিধা নহয়, থকা-খোৱাৰ······নিশিবাবু ৰজাবাহাদুৰ, জমিদাৰ·· ···"

তেতিয়া বাহিৰত ৰাতি গভীৰ, প্ৰাণময়তাৰে ভৰা শান্ত মধুৰ শৰতৰ নিৰৱতা ভৰা ৰাতি।

চম্পা, চম্পা ফুলৰ দৰে কোমল, মসৃণ আৰু ধুনীয়া। চম্পাৰ বয়স ষোল বছৰ। কেঁচা যৌৱন ওপচি পৰা চঞ্চলা গাভৰু। দীঘল জোঙা নাক, চেলাউৰি হৰিণী নয়না চকুজুৰি। মৃদু কণ্ঠস্বৰৰ চম্পাক নিশিবাবু যেতিয়া চম্পাৰ কোমল হাত দুখন ধৰি নিজৰ কোলাত বহুৱাই ললে তেতিয়া চম্পাই খুব জোৰৰে চিঞৰি দিলে।

"বাণীবাই, মানুহজনে মোক হেচি ধৰিছে।" দুৱাৰৰ বাহিৰত বৈ থকা বাণীবাইয়ে চম্পাৰ চিঞৰ শুনি দুৱাৰ খুলি ভিতৰ সোমাই গ'ল আৰু খাপমাৰি চম্পাৰ হাতত ধৰি লৈ কলে "চম্পা—প্ৰথমতে, প্ৰথম দিনত ভয় লাগে, বেয়া লাগে, লাজ লাগে—কিন্তু চাৰি কালিলৈ সকলো ঠিক হৈ ভাল লাগি যাব। পুৰুষৰ আলিঙ্গন পৰশ, আলিঙ্গন আৰু চুম্বনে নাৰীজীৱনৰ পূৰ্ণতা, সাৰ্থকতা আনে, আনন্দিত আৰু সুখী কৰে, জীয়াই থকাৰ প্ৰেৰণা দিয়ে।" বাণী-বাইয়ে কথাখিনি কৈ থাকোতেই চম্পাৰ গাৰ পৰা শাৰী, ব্লাউজ খুলিলে আৰু কেৱল পেটিকোট আৰু ব্ৰেচিয়াৰ পিন্ধি থকা চম্পাক নিশিবাবুৰ কোলাত বহুৱাই দি বাহিৰৰ পৰা দুৱাৰ পুনৰ লগাই দি কলে :

"বেছি চিঞৰ বাখৰ নকৰিবি। নিশিবাবু ডেকা যুৱক—নিশিবাবুৰ পৰিচয় মই পিছত দিম।"

তেতিয়া ৰাতি। বাহিৰত গভীৰ ৰাতি আৰু শান্ত নিৰৱতা ভৰা প্ৰাণ মমতা ভৰা মধুৰ মোহিনী ৰাতি। ৰাতিৰ এই নিৰৱতা ভঙ্গ কৰিছিল কেৱল দুৰ্গাদেৱীৰ প্ৰতিমা কঢ়িয়াই নিয়া ভক্ত পূজাৰীৰ জয়ধ্বনিয়ে, মঙ্গলবাদ্যই শঙ্খ বজোৱাৰ বাবে।

আৰু সাৰে আছিল নিশিবাবু আৰু চম্পা, চম্পা আৰু নিশিবাবু।

নিশিবাবু প্ৰথমতে চম্পাৰ স্তনযুগলত চুমা খালে। ওঠত চুমা খালে, গালত

চুমা খালে আৰু কামুৰিলে। তাৰ পিছত নিশিবাবুৱে নিজৰ উত্তপ্ত ওঠ দুটা চম্পাৰ ওঠত খুব জোৰেৰে হেচি ধৰিলে। হাত দুখনেৰে স্তন দুটাত পুনৰ ধৰি লগে আৰু বাৰে বাৰে কায়িক মিলনত লিপ্ত হ'ল—যৌন সঙ্গম কৰিলে। এবাৰ, দুবাৰ, তিনিবাৰ ওৰে ৰাতি। চম্পাৰ প্ৰথমতে লগা ভয়, শঙ্কা, লাজ নোহোৰা হৈ গ'ল—আৰু চম্পাৰ নিজৰো ভাল লাগি গ'ল দেহ, মন সকলো। সময় পাৰ হোৱাৰ লগে লগে চম্পাই উপলব্ধি কৰিলে পুৰুষৰ লগত মিলন, আলিঙ্গন, চুম্বন অবিহনে নাৰীজীৱন অসম্পূৰ্ণ—মূল্যহীন। নাৰীৰ ৰূপ, সৌন্দৰ্য্য যৌৱন সকলো মূল্যহীন। নাৰীৰ জীৱনত পুৰুষেই সকলো। পুৰুষৰ ওচৰত নাৰী দেৱী, ৰাণী, পৰিবাৰ, সহধৰ্মিনী, লক্ষ্মী, দুৰ্গা গৌৰী আকৌ সেই নাৰীয়েই পুৰুষৰ ওচৰত বেশ্যা, নটী। নাৰী পুৰুষৰ শক্তি, দেৱী, সৃষ্টিৰ উৎস প্ৰেৰণা। আকৌ নাৰীয়ে পুৰুষৰ জীৱনৰ প্ৰেয়সী প্ৰেমিক প্ৰেম, ভাল পোৱা, কল্পনা, মায়া-মমতাৰে ভৰা এই পৃথিৱীত মানুহসকলে পাহৰি জীয়াই থাকে স্বপ্ন বিভোৰ হৈ; কল্পনাবিভোৰ হৈ। কিয়নো জীৱনৰ অন্য নাম প্ৰেম আৰু ভাল পোৱা। প্ৰেম প্ৰেমিকৰ মতে জীৱনতকৈ শ্ৰেষ্ঠ, মৃত্যুতকৈও ডাঙৰ, মৃত্যুয়ে প্ৰেমৰ সমাধি ধ্বংস কৰিব নোৱাৰে, প্ৰেমৰ চিৰন্তন আৰু পবিত্ৰ পথৰ পৰা বিৰত কৰিব নোৱাৰে। কবৰৰ পৰা মৃত্যু প্ৰেমিকে চিঞঁৰে প্ৰেম অমৰ প্ৰেমৰ মৃত্যু নাই—চিৰন্তন।

## বিশ

সময় পাৰ হৈছিল।

আৰু কিছু সময় কেইমাহমান পাৰ হৈছিল। সোনাগাছিৰ ৰাণীৰ গলিৰ লাণীবাই (মৌচি) বস্তম পানৱালা, গফুৰ টাংগাৱালা, আতঁৰৱালা মুনসীমিয়া, মিঠাইৰ দোকানী হাৰাধন ঘোষ আৰু আন সকলৰে লগত পৰিচিত আৰু চিনাকি হৈছিল। সকলোৰে দেখুওৱা সহায়, মৰম আন্তৰিকতা ভক্তিৰ বাবে নিশিবাবু কিছু সুখী আৰু আনন্দিত হৈছিল। ৰাতিৰ এটা, দুটা এনেকি শেষ ৰাতি আৰু ৰাতিপুৱা টাংগাৱালা গফুৰ নিশিবাবুক লৈ আহিছিল সোনাগাছিৰ

ৰাণীৰ গলিৰ পৰা চম্পাৰ ঘৰৰ পৰা, নন্দাৰ ওচৰৰ পৰা, কামিনীৰ কাষৰ পৰা।

ৰুস্তম পানৱালাৰ খিলিপান, জৰ্দা পান, জৈষ্ঠমধু পান, এলাচি পান; হাৰাধন ঘোষে ভোগপাতত মেকৰাই দিয়া চমচম, পেৰা, কদমা, বৰফীৰ টোপোলা, মুন্সী মিয়াৰ আঁতৰ, নিশিবাবু ৰাণী গলিত অহাৰ লগে লগে বস্তুবোৰ আনি চম্পা, নন্দা আৰু কামিনীৰ কমত থৈ গৈছিল আৰু থৈ গৈছিল ৰুস্তমৰ দোকানৰ ডুৰটল বিলাতী মদ, বিয়েৰ লগত কিছু ভজা মাংস, চানাচুৰ আৰু কেচা চানাবুট কিছু। মানুহবোৰে দেখুওৱা সহায়, সহানুভূতি আৰু আন্তৰিকতাৰ বাবে নিশিবাবু মানুহবোৰৰ ওচৰত কিছু কৃতজ্ঞ।

সোনাগাছিৰ ৰাণীৰ গলিত প্ৰথম অহাৰ দিনা অন্য মানুহৰ দৰে, অন্য আলহীৰ দৰে প্ৰণবেও নিজৰ নাম, আৰু পৰিচয়, পেষা, বৃত্তিৰ কথা লুকাই দিছিল 'নিশিবাবু' নাম দি ছদ্মনাম লৈছিল প্ৰণবৰ পৰিবৰ্তে, ৰজাবাহাদুৰ প্ৰণৱ। ৰতনপুৰ জমিদাৰীৰ জমিদাৰ প্ৰণৱ। আৰু লুকাই দিছিল নিজকে যুৱৰাজ বিখ্যাত নাট্যকাৰ, লিখক, অভিনেতা, শিল্পী, কলাকাৰ সুৰকাৰ, পৰিচালক চিত্ৰ-নিৰ্মাতা; মানুহৰ জীৱনৰ শাশ্বত ৰূপ দিওতা হাঁহি-কান্দোন উত্থান-পতন, পোৱা নোপোৱাৰ—বিচিত্ৰ এই মানৱজীৱনৰ, প্ৰতিজন মানুহৰ জীৱনৰ কথাবোৰ ঘটনাবোৰ দুখীয়া মজদুৰ খেতিয়কৰ পৰা আৰম্ভ কৰি ৰজা জমিদাৰ লৈকে সকলোৰে।

* * * * *

সন্মুখত এখন ডাঙৰ ফুলনি—গোলাপ, তগৰ, ৰজনীগন্ধা, থলপদ্ম, কামিনী, পাৰিজাত, অশোক, নাগেশ্বৰ, চম্পা, বকুল, কৰবী, হাচনাহানা, অপৰাজিতা, গুলচ, খৰিকাজাই, শেৱালী, কৃষ্ণচূড়া, জবা, সূৰ্যমুখী, মাধবীলতা, মালতী, নাজি তকৰা কদম, কপৌফুল, কেতেকীফুল, ৰাধাচূড়া, গুটিমালতী, চন্দন। আৰু ফুলনীখনৰ একালে ডাঙৰ পুখুৰীটোত নিৰ্মল পানী, পদুম, ভেটফুল আৰু পুখুৰীটোৰ কিছু ভিতৰত এটা বিবস্ত্ৰ স্বচ্ছ আবক্ষ নাৰীমূৰ্তি জাহ্নবী, এটা এবষ্ট্ৰাক্ট আৰ্ট ৰখা হৈছে। প্ৰথম চাৱনীত যিকোনো মানুহৰ চকুত কোনোবা জীৱন্ত সুন্দৰী অপস্বৰা বিবস্ত্ৰ হৈ পুখুৰীৰ নিৰ্মল পানীৰ মাজত সাঁতুৰি নাদুৰি গা ধুইছে বুলি চাব, ওচৰতে পদুম আৰু ভেটফুলবোৰ প্ৰস্ফুটিত হৈ ফুলি

আছে। ভাঙৰ ফুলনী আৰু বাগিছাখন এফালে আৰু আনফালে ভাঙৰ পুখুৰীটো ; ফুলৰ বাগানৰ মাজত ৰহিব পৰাকৈ, পুখুৰীৰ পাৰত কৃষ্ণচূৰা, ৰাধাচূৰা গছৰ তলত পকা কৰি চকী বনাই ৰখা হৈছে। আৰু মন গলেই বহিব পাৰি, ফুলনীখনৰ মাজে মাজে ফুৰিব পাৰি। ফুলনীখনৰ ফুলবোৰ, গছবোৰ, গছৰ সেউজীয়া পাতবোৰ সুন্দৰ আৰু মনোৰম, পৰিপাটি, বিতোপন, কোমল সুবাসিত ফুলবোৰ চাই থাকি গা মন ভাল লাগি যায়। দিনতকৈ গধূলি পৰত আৰু জোনাক নিশা বিশেষকৈ পূৰ্ণিমাৰ ৰাতি ফুলনিখন চাবলৈ আৰু ধুনীয়া, মনোৰম অপূৰ্ব আৰু অতুলনীয় হৈ পৰে। ভাল লগা হৈ পৰে যেতিয়া ৰাতিৰ শান্ত নিৰৱতাত জোনৰ ৰূপালী পৱিত্ৰ নিৰ্মল স্নিগ্ধ পোহৰৰ আভা বিবিধ ফুল আৰু সেউজীয়া গছ-পাতবোৰত সিঁচৰিত হৈ বিয়পি পৰে।

ঠিক সেইদৰে পুখুৰীটোৰ চাৰিওফালৰ পাৰৰ পৰিষ্কাৰ আৰু নিকা কৈ ৰখা হৈছে—ভূৰৰিবৰ্নৰ সেউজীয়া ভলিছা যেন হৈ আছে আৰু তাৰ মাজে মাজে বিবিধ চিজন ফ্লাবাৰ, নেমু, মৌচুম্বী, কমলা, বেল, তেজপাত, এলাচি আমলখী, শিলিখাৰ গছবোৰ শাৰী শাৰী কৈ লগোৱা হৈছে আৰু ফলে-ফুলে জাতিষ্কাৰ হৈ আছে, ভাল, লগা হৈ আছে সকলোৰে বাবে ভাল লগা পৱিত্ৰ স্থান, শান্তিৰ স্থান।

এফালে পুখুৰীটো আৰু আন ফালে ফুলনিখন, সোমাজেদি এটা সুন্দৰ পৰিপাটি ৰাস্তা। ৰাস্তাটোৰ দুয়ো কাষে শাৰী শাৰীকৈ লগোৱা হৈছে চিৰিৰ, দেৱদাৰু, তাল, চাপ্ত আৰু কটাহ তামুলৰ গছ। মেইন গেটটোৰ পৰা ৰাস্তাটো আৰম্ভ হৈছে ; ভাঙৰ গেটখনৰ ওপৰত শিলত কটা তিনিটা মূৰ্তি গণেশ, লক্ষ্মী. আৰু সৰস্বতীৰ তোৰণখনৰ সোঁমাজত লিখা আছে, "ৰাতিৰ ৰামধেনু" যিকোনো মানুহ এই গেটৰ পৰাই অট্টালিকা আৰু প্ৰাসাদলৈ উঠি যায়, এফালে পুখুৰীটো আৰু আনফালে ফুলনীখনৰ মাজৰ সৰু অথচ পুৰনি পৰিষ্কাৰ সুন্দৰ বাটটোৰে ঠাইডোখৰ কিছু গছে বনে ঢকা ওখ আৰু পৰিস্কাৰ-পৰিচ্ছন্ন ফুলনি, পুখুৰী, নিৰ্জন ঠাইডোখৰত যোৱাৰ লগে লগে কোনো ধৰ্মগুৰুৰ পৱিত্ৰ আশ্ৰমৰ আৰু তীৰ্থস্থান যেন লাগে। মেইন গেট পাৰ হোৱাৰ পিছত কিছুদূৰ যোৱাৰ পিছত প্ৰধান আৰু প্ৰথম অট্টালিকা, প্ৰাসাদ। মেইনগেট পাৰ হোৱাৰ পিছত যিকোনো মানুহৰে বিতোপন ফুলনি ফুলি থকা ফুলবোৰ, ভাঙৰ পুখুৰীটো, পুখুৰীটোৰ পাৰত হোৱা নানান ফল, ফুলৰ, গছ-গছনি ; মৌ-

মাখি, পখিলা, ভোমোৰাৰ গুনগুননি, সখিয়তী, কুটুম, শালিকা, কপৌ, মইনা আৰু কুলি চৰাইৰ অসমীয়া গীত-মাতত এনেয়ে ৰঙলালৈ উঠি যোৱাৰ গতি লেহেম হয়; বৈ যাবলগা হয়; থিয়হৈ মৌন আৰু তন্ময় হৈ নিৰবে কিছুসময় বৈ যাব লগা হয়, বৈ দিবলগা হয়, ফুলনি, ফুল-ফল, পুখুৰী, গছ-গছনি, সেউজীয়া ঘাঁহবনবোৰ আৰু নিৰৱতাৰে ভৰা ভাল লগা ঠাইখিনি চাবলগীয়া হয়; আৰু কিছু সময় স্বপ্ন বিভোৰ হ'বলগীয়া হয়; আৰু কিছু সময় নিজকে পাহৰি চিন্তিত আৰু স্বপ্ন বিভোৰ হবলগীয়া হয়।

মেইনগেটৰ পৰা খোজ কাঢ়ি তিনি, চাৰি মিনিট যোৱাৰ পিছত যিটো ধুনীয়া আৰু ডাঙৰ অট্টালিকা আৰু ৰাজপ্ৰাসাদ 'ৰাতিৰ ৰামধেনু' যি অট্টালিকাৰ দুৱাৰ কেইখন, খিৰিকি কেইখন যিকোনো মানুহৰ পক্ষে হিচাব কৰাটো সম্ভৱ নহয়। দুৱাৰ খিৰিকি আৰু ভেন্টিলেটৰবোৰ ৰঙীন আৰু ডিজাইন থকা কাৰুকাৰ্য্য-খচিত বেলজিয়াম গ্লাছ লগোৱা আছে আৰু এই ৰঙা নীলা ৰঙীন গ্লাছ লগোৱা বাবে প্ৰাসাদৰ ভিতৰ আৰু বাহিৰত বিভিন্ন ৰঙৰ প্ৰতিফলন আৰু বিচ্ছুৰিত হৈ প্ৰতিটো কোঠালিৰ ভিতৰত এটা ভাল লগা শান্ত, মৃদু ৰঙিন পোহৰত পোহৰ হৈ পৰিছে। ৰঙৰ লীলা খেলা হৈ পৰিছে। আৰু প্ৰতিটো কোঠালি, বেড ৰুম, গেষ্ট ৰুম, ড্ৰইং ৰুম, ড্ৰেচিং ৰুম, ৰিডিং ৰুম, লাইব্ৰেৰি, মিউজিয়াম, তোষাখানা, ডাইনিং ৰুম, বাথ ৰুম, কিচেন, চাৰভেণ্ট ছেদ, দাৰোৱান আৰু চকীদাৰ ছেদ আদি অট্টালিকা আৰু ৰাজ-প্ৰাসাদ 'ৰাতিৰ ৰামধেনু' ভিতৰত আছে। মুঠতে ড্ৰইং ৰুম চাৰিটা—দুটা পুৰুষ ৰজা, জমিদাৰ আৰু অন্যান্য ৰাজকীয় ভদ্ৰলোক, সন্মানীয় ব্যক্তিৰ বাবে আৰু বাকী দুটা ৰাণী, ৰাজকুমাৰী, বোৱাৰী আৰু আন আন ৰাজকীয় আৰু ভদ্ৰ মহিলাৰ বাবে বন্ধু-বান্ধৱীৰ বাবে। এই বিৰাট অট্টালিকাটোৰ প্ৰথমটো ড্ৰইং ৰুমত দামী বনচোম কাঠৰ ওপৰত কাৰুকাৰ্য্য কৰা চকী, চোফা ছেট, চেণ্টাৰ টেবুল, এছট্ৰে, কোঠাটোৰ এটা চুকত সৰু অথচ সুন্দৰ টেবুল এখনৰ ওচৰত পূৰ্বপুৰুষ সকলে থোৱা ৰূপৰ ওপৰত মিনা কৰা হোকা এটা আৰু এটা তন্ত বৰ সুন্দৰ, চাফ-চিকুন আৰু সযতনে সজাই ৰখা হৈছে। মিনা কৰা ৰূপৰ হোকা আৰু তন্তৰ ওপৰত ফুল, গছলতা, চৰাই, ৰজা-ৰাণী, প্ৰেমিক-প্ৰেমিকাৰ বৰ পৰিশ্ৰম আন্তৰিকতাৰে খোদিত কৰিছে কোনোবা বিখ্যাত কাৰীকৰ শিল্পীয়ে, খনিকৰে। সেই নাম নজনা বিখ্যাত আৰু কঠোৰ পৰিশ্ৰমী শিল্পীৰ

হাতৰ আলফুল কোমল পৰশ আজিও লাগি আছে ৰূপৰ পানৰ বটা, চেন্টাৰ টেবুল, কৰ্ণাৰ টেবুল, এছট্রে, হোকা, ফুলদানি, চোফা ছেট, পালেং, ড্রেচিং টেবুল আদিত; আৰু প্ৰতিটো বস্তুৰ একোটা নিজা আৰু স্বকীয়া সৌন্দৰ্য্য আৰু আকৰ্ষণ আছে, প্ৰতিশ্ৰুতি আছে। এইবোৰ বস্তু হায়দৰাবাদ, মুৰাদাবাদ, আগ্ৰা, কাশ্মীৰ জয়পুৰৰ পৰা অনা হৈছিল আৰু বংশানুক্ৰমে বস্তুবোৰ ব্যৱহাৰ কৰা হৈছে, ৰখা হৈছে আৰু সযতনে সজাই ৰখা হৈছে।

ৰুমটোৰ ভিতৰত আৰু এটা বস্তু সজাই ৰখা হৈছে। বাঘৰ ছালেৰে বনোৱা এটা বাঘৰ মূৰ্ত্তি, চকু দুটাত দুটা উজ্জ্বল মাৰ্বল পাথৰ লগোৱা আছে। অচিনাকি আৰু নতুনকৈ অহা মানুহৰ পক্ষে বাঘটো জীৱন্ত নে মৃত সঠিককৈ ধৰা টান, ভুল কৰি ভয় কৰিব লাগিব, বাঘ বুলি চিঞৰিব লাগিব।

আৰু এটা মনোৰম আৰু আকৰ্ষণীয় দৃশ্য হ'ল প্ৰাসাদৰ নিচেই ওচৰেদি বৈ যোৱা নিৰ্মল পানীৰ চঞ্চল নিজৰাটো। ভালকৈ আৰু সঠিককৈ নিৰিক্ষণ নকৰিলে কৃত্ৰিম নিজৰা বুলি ধৰিব নোৱাৰি—প্ৰায়বোৰ অচিনাকি মানুহৰ বাবে প্ৰাকৃতিক নিজৰা বুলি কব লাগিব—চাব লাগিব। প্ৰাসাদৰ মাজেৰে বৈ আহি সন্মুখৰ পুখুৰিত বাগৰ পৰিছে, বৈ পৰিছে।

এই বিশাল, মনোৰম, সুন্দৰ আৰু শতাব্দীৰ বুৰঞ্জী কঢ়িয়াই যুগৰ পিছত যুগ ধৰি থিয় হৈ আছে ৰতনপুৰৰ জমিদাৰৰ কলিকতাৰ বালিগঞ্জ পাৰ্কত অৱস্থিত ৰাজপ্ৰাসাদ 'ৰাতিৰ ৰামধেনু' যিটো নিজেই এটা উচ্চ ৰাজবংশৰ পৰিচয়, শাশ্বত ইতিহাস, পূৰ্ব-পুৰুষ, উত্তৰ পুৰুষৰ গৌৰৱৰ কাহিনী জীৱনৰ প্ৰতিটো পল, মুহূৰ্ত্ত, হাঁহি, আনন্দ লিপিবদ্ধ হৈ আছে, শ্বাস-প্ৰশ্বাস মাত কথা, কণ্ঠস্বৰ, কথোপকথনবোৰ লাগি আছে, জীৱন্ত হৈ আছে।

এই অট্টালিকাত প্ৰণৱ আৰু প্ৰতিমা থাকে বিখ্যাত চিত্ৰ নিৰ্মাতা, কলাকাৰ শিল্পী নিৰ্দেশক, প্ৰযোজক আৰু অভিনেতা, নাট্যকাৰ। যিজনৰ জীৱনটো এটা জীৱন্ত কলা, আৰ্ট, যিজনে কেৱল সৃষ্টিৰ আনন্দ আৰু সন্ধানত মতলীয়া, স্বপ্ন বিভোৰ আত্মহাৰা, তেওঁৰ পথ সীমাহীন। ৰাতিৰ আকাশৰ তৰাৰ জিলমিল, শুক্লপক্ষৰ জোনৰ স্নিগ্ধ পবিত্ৰ পোহৰত দেখা পায় মানুহৰ জীৱনৰ বিচিত্ৰ ৰঙ; খেতি-পথাৰ, বোকা-পানী-পাহাৰ-পৰ্বত, নৈ, নিজৰা নৈৰ সোঁত; শৰত হেমন্ত বসন্ত, শাওনৰ জৰ জৰ ৰবযুণ সকলোতে দেখা পায় মানুহৰ, জনজীৱনৰ বিভিন্ন ৰূপ আহ্বান প্ৰতিশ্ৰুতি জীৱনৰ অন্য নাম, ৰূপ আৰু

জীৱনযুদ্ধত জীয়াই থকাৰ প্ৰেৰণা, পথ, উৎস আৰু চিৰন্তন এক পথ যি কেৱল মানুহৰ বাবে, সেই মানুহ লাগিলে ৰজাই হওঁক প্ৰজাই হওঁক খেতিয়ক, বায়ত মজদুৰেই হওঁক।

'বাস্তৱ বামধেনু'ত আৰু থাকে ৰজাবাহাদুৰ প্ৰণৱৰ ভনীয়েক প্ৰতিমা। কোকিল কণ্ঠী গায়িকা যাৰ সুৰৰ মায়াজালত মুগ্ধ হয় সকলো মানুহ, শ্ৰোতা, বৈ যায় আকাশ আৰু বনত উৰি ফুৰা চৰাই, নৈৰ প্ৰবাহিত সোঁত, শুকান গছত কুঁহিপাত ওলায়, ফুল ফলে, ধৰাত বসন্তকাল আহে, পুৰণিক বিদায় দি পৃথিৱী নতুন হৈ পৰে।

সময় আৰু পাৰ হৈছিল।

বছৰ পাৰ হৈছিল। বছৰৰ পিছত বছৰ বাগৰিছিল। প্ৰণৱ চিনেমা নিৰ্মাতা হিচাবে, চিত্ৰ নিৰ্মাতা হিচাবে, প্ৰযোজক হিচাবে, বিখ্যাত অতুলনীয় মহান কলাকাৰ হিচাবে আৰু বিখ্যাত হৈ পৰিল। ভাৰতবৰ্ষৰ ভিতৰত প্ৰণৱক বিখ্যাত চিত্ৰ নিৰ্মাতা, কলাকাৰ শিল্পী দ্বিতীয় এজন নাই, এনেকি ভাৰতৰ বাহিৰত পৃথিৱীৰ বিভিন্ন দেশ ইংলণ্ড, ইটালি, জাৰ্মান, ফ্ৰান্স, হলিউড, ইজিপ্ত আদি দেশৰ পৰা শিল্পীসকল, কলাকাৰ সকল, প্ৰযোজক, নায়ক-নায়িকা সকল, গায়ক-গায়িকা, সুৰকাৰ-সঙ্গীতজ্ঞ লিখক, নাট্যকাৰ ভাৰতবৰ্ষলৈ, কলিকতালৈ বালিগঞ্জৰ 'বাস্তৱ বামধেনু' ৰাজভৱনলৈ—প্ৰণৱ আৰু প্ৰতিমাৰ ওচৰলৈ আহিল, প্ৰণৱৰ লগত আলোচনা কৰিবলৈ, কথা পাতিবলৈ, চিনেমা, ভাৰতীয় কলা-সংস্কৃতিৰ বিষয়ে প্ৰণৱৰ পৰা জানিবলৈ; চিনেমা কলা আৰ্টৰ নতুন নতুন টেকনিকৰ বিষয়ে, পদ্ধতিৰ বিষয়ে প্ৰণৱৰ পৰা জানিবলৈ শিকিবলৈ। কি ধৰণে চিনেমা এখনত মূল কাহিনীৰ পৰা সংলাপ, চিত্ৰনাট্য, গীত সংগীত ৰচনা কৰিব লাগে, নায়ক-নায়িকাৰ মেক-আপ আউটডোৰ ছুটিং, কলা নিৰ্দেশনা, সম্পাদনা, নৃত্য পৰিচালনা, আবহ সংগীত ৰচনা কৰিব লাগে, বহিঃদৃশ্য অন্তৰ্দৃশ্যৰ কাহিনীৰ লগত মিলাই চাইত চিলেকচন কৰা, প্ৰয়োজন অনুসৰি ঘৰ সজা, ষ্টেজ সজা, নৃত্য গ্ৰহণৰ বাবে ঠাই চিলেকচন কৰা আদি সকলোবোৰ কামৰ বিষয়ে বিদেশী শিল্পী চিত্ৰ নিৰ্মাতাসকলে প্ৰণৱৰ পৰা শিকিবলৈ আহিল, জানিবলৈ আৰু আলোচনা কৰিবলৈ আহিল সকলোৱে প্ৰণৱৰ কলা কৌশল আৰু নতুন নতুন টেকনিক, পদ্ধতিৰ শলাগ ললে নতশীৰে। আন্ত-ৰিকতাৰে আৰু শলাগ ললে প্ৰণৱৰ চিত্ৰ নিৰ্মাণৰ সফলতাত, সম্পূৰ্ণ কলা সৃষ্টিৰ

বাবে, আর্টৰ বাবে, জীৱন দৰ্শনৰ বাবে। সংলাপ, গীত, সঙ্গীত, নৃত্য, মিলন, ট্ৰেজেডি, কমেডি, হাস্যৰস, চাচপেন্স আৰু জীৱন্ত অভিনয়ৰ সমন্বয়ৰ ফলত প্ৰণবৰ চিনেমা, ছবি জীৱন্ত হৈ পৰিল মানুহৰ জীৱনৰ কাহিনী হৈ পৰিল। প্ৰণবৰ চিনেমা চাই কোনোবাই চিঞৰি এইয়া মোৰ জীৱনৰ কাহিনী, কথা, ঘটনা। এইয়া মই চিনেমাৰ নায়ক-নায়িকা, ৰজা, জমিদাৰ, খেতিয়ক ৰায়ত, প্ৰজা, বন্ধুবা সকলোৱে চিঞৰিলে এইয়া প্ৰণবৰ চিনেমাত মোৰ জীৱন কাহিনী, মোৰ জীৱনৰ কথা, দুখৰ দিনৰ গীতবোৰ হা-হুতাশবোৰ প্ৰণবৰ চিনেমাত কেনেকৈ ওললে। কোনোবা মাছমৰীয়া নদীয়ালে চিঞৰিলে এইয়া দেখোন মোৰ কথা, মোৰ গীত, বিননি প্ৰণবৰ চিনেমাত এইয়া মই হাঁহিছোঁ, কান্দিছো আৰু এইয়া মই উজুৰাই গৈছো গদাধৰৰ পানী আৰু এইয়া আবেলি ভটিয়াই গৈ থাকোতে ভাটিয়ালী গাইছো।

° ° ° ° °

বাণীৰ গলি, সোনাগাছিৰ বাণীৰ গলি এতিয়া সকলোৰে পৰিচিত। আৰু পৰিচিত চম্পা, নন্দা আৰু কামিনীৰ লগত, চম্পা, নন্দা আৰু কামিনীৰ নামৰ লগত।

চম্পা, নন্দা আৰু কামিনী তিনিজনী গাভৰুৰ তিনিটা কেচা অম্লান যৌবন, তিনিটা জীৱন্ত আগ্নেয়গিৰি, জ্বালামুখী। তিনিওজনীৰ বয়স মাত্ৰ বিশ পাৰ হৈছে। যৌবন ওপচি পৰা অনন্যা সুন্দৰী, ৰূপৱতী গাভৰু। চম্পা, নন্দা আৰু কামিনীৰ ওচৰত। ৰূপ আৰু যৌবনৰ ওচৰত এবাৰ যোৱা পুৰুষ, ডেকা, আধাবয়সীয়া প্ৰৌঢ়া তেওঁ আৰু জীৱনত চম্পাৰ ৰূপৰ কথা, নন্দাৰ ৰূপৰ কথা, কামিনীৰ যৌৱনৰ মদিৰাৰ কথা, মুখৰ হাঁহি, চঞ্চলতা যুৱতীৰ গাৰ মন উতলা সুবাস, ওঠ আৰু গালৰ মদিৰা গা গঠন, কণ্ঠস্বৰ, আৰু কায়িক মিলনৰ কথা। অতিথি পৰায়ণৰ আৰু ব্যৱহাৰৰ কথা কোনো এজনেও পাহৰিব নোৱাৰে। আৰু সেয়ে ধন, সোণ, ৰাজ সিংহাসন, ল'ৰা-তিৰোতাৰ কথা পাহৰিলেও বাণীৰ গলিৰ কথা, সোনাগাছিৰ কথা পাহৰিব নোৱাৰে ; পাহৰিব নোৱাৰে চম্পা, নন্দা আৰু কামিনীৰ ওচৰত যাবলৈ, দেহ মিলন কৰিবলৈ। চম্পা, নন্দাৰ ওচৰত যোৱাটো সাংসাৰিক ধৰ্ম নহব পাৰে। কিন্তু যি জীৱনৰ কোনো বন্ধন নাই—মুক্ত, বন্ধনহীন মন আৰু চিৰস্থায়ী নহয় খন্তেকীয়া,

সেই খন্তেকীয়া জীৱনত নগ্নতা, ভোগবিলাস উপভোগ নহলে আছে কিটো। আজি যিটো কাম কৰিছে অহা-কালি মৃত্যু হোৱাৰ লগে লগে সেই মানুহ আৰু সেই কামৰ কোনো নাম নাই অর্থ নাই ; আৰু নেথাকেও।

এইবোৰ কাৰণত চম্পা, নন্দা আৰু কামিনীৰ ওচৰত পুৰুষ বলীয়া হৈ দুৰ্বল হৈ আছে—কোনেও বাধা দি ৰাখিব নোৱাৰে, সমাজ ধৰ্ম বন্ধন, ৰীতি-নীতিয়ে মানুহৰ জীৱনত পৰম তৃপ্তি দিব নোৱাৰে, বিচৰাখিনি দিব নোৱাৰে। সেইয়ে ৰজা, জমিদাৰ ৰাণীৰ ওচৰৰ পৰা পলাই লৰি আহে। বিবাহিত পুৰুষ নিজৰ তিৰোতাৰ ওচৰৰ পৰা পলাই আহে বলীয়াৰ দৰে চঞ্চল, উত্তেজিত হৈ, চিৰপ্ৰবাহিত নৈৰ সোঁতৰ দৰে কোনেও বাধা দি ৰাখিব নোৱাৰে আৰু পৰাও নাই। চম্পা, নন্দা আৰু কামিনী তিনিওজনী বেশ্যা, নটী আৰু ৰাণীবাই তিনিও বেশ্যাৰ দালাল ৰক্ষিতা। ৰাণীবাইৰ পিন্ধনত এখন চেক লুঙী গাত এটা পাতল পাঞ্জাবী। মলাধপাতৰ হোকাটো লগাই কেইটান মাৰি খিলিপান এটা খাই ৰাণীবাইয়ে কথাটো উলিয়ালে। চম্পা, নন্দা আৰু কামিনীৰ পৰা শেষবাৰৰ বাবে ব্যক্তিগত মতামত, ইচ্ছা-অনিচ্ছাৰ কথা জানিবলৈ বিচাৰিলে।

বেলি আবেলি আছিল। কলিকতা চহৰত ট্ৰাম, টাংগা আৰু মানুহবোৰৰ অহা-যোৱা ব্যস্ততা। বতৰ ফৰকাল আছিল আৰু পাতল এজাক বতাহ দক্ষিণৰ পৰা বৈ আহিছিল নিৰবে।

চম্পা, নন্দা আৰু কামিনীয়ে ৰাণীবাইৰ ওচৰত থিয় হ'ল নিৰবে। ইজনে আনজনীৰ মুখৰ ফালে চালে। কিছু সময় নিৰবে পাৰ হ'ল।

চম্পাই কলে 'মই যাম'।

চম্পাৰ মুখৰফালে চাই নন্দাই কলে "মইও যাম"।

কামিনীয়ে কলে "চম্পা, নন্দাৰ লগত মইও যাম নিশিবাবুৰ ঘৰত, নিশিবাবুৰ 'ৰাতিৰ ৰামধেনু' অট্টালিকাত থাকিবলৈ। নিশিবাবু যি কাম দিয়ে কৰিবলৈ।"

ৰাণীবাইয়ে হোকাৰ ধোৱাবোৰ নাক আৰু মুখেৰে ওপৰলৈ উলিয়াই দি পিকদানিত জৰ্দা পানৰ পিকখিনি পেলাই চম্পা, নন্দা আৰু কামিনীৰ ফালে এবাৰ চাই ললে। চম্পা, নন্দা আৰু কামিনীয়ে চিগাৰেটৰ ধোৱাবোৰ ওপৰলৈ এৰিদি ৰানীবাই কোৱাৰ আগতে তিনিওজনী একেলগে কৈ উঠিল।



৯

আমি আজিয়ে যাম নিশিবাবুৰ ঘৰত, নিশিবাবুৰ ওচৰত—নিশিবাবুৰ চিনেমাত, নাটকত, থিয়েটাৰত অভিনয় কৰিবলৈ। আৰু লগে লগে চম্পা, নন্দা আৰু কামিনী বাহিৰত বৈ থকা গফুৰখানৰ টাংগাত উঠিল গৈ।

বাহিৰত তেতিয়া শেষ শৰতৰ কুঁৱলী মিহলি ৰাতিৰ নিৰৱতা আৰু শুক্ল-পক্ষৰ জোনাকৰ পৱিত্ৰ পোহৰ বিয়পি আছিল। কোলাহলহীন ৰাতিৰ নিৰৱতা আৰু জোনাকৰ পোহৰত গফুৰ খানৰ টাংগাত বহি চম্পা, নন্দা আৰু কামিনী সোনাগাছিৰ ৰাণীৰ গলিৰ পৰা মেইন ৰোডত উঠিল গৈ আৰু যিমান পৰলৈ টাংগাখন দৃষ্টিগোচৰ হ'ল ৰাণীবাইয়ে চাই থাকিল; আৰু টাংগাখন নেদেখা হোৱাৰ লগে লগে ৰাণীবাই নিজৰ কোঠালৈ গুভতিল। ৰাণীবাইৰ চকু দুটা বাষ্পাকুল আৰু মনটো বিষণ্ণ গধুৰ, ভাৰাক্ৰান্ত হৈ পৰিছিল। ৰাণীবাই কিছু ক্লান্ত, দুৰ্বল আৰু অকলশৰীয়া হৈ পৰিল আৰু কব নোৱাৰাকৈয়ে ৰাণীবাই শোকাকুল, দুঃখিত আৰু ব্যথিত হৈ পৰিল।

* * * * *

চল্লিশৰ দশক পাৰ হৈছিল।

পঞ্চাচৰ দশক আৰম্ভ হৈছিল আৰু কেইবছৰ পাৰ হৈছিল। চম্পাৰ পুনৰ জন্ম হৈছিল, ৰাণীৰ গলিৰ বেশ্যা চম্পাৰ মৃত্যু হৈছিল—ৰজা বাহাদুৰ প্ৰণৱ আৰু ৰাণী গলিৰ নিশিবাবুৰ ঘৰত অহাৰ পিছ দিনাৰ পৰাই। চম্পাৰ নতুন নাম ৰখা হ'ল ছায়াদেৱী, নন্দাৰ নাম নিবেদিতা আৰু কামিনীৰ নাম কাননদেৱী। সময়ৰ সোঁতত চম্পা, নন্দা আৰু কামিনী বেশ্যাৰ মৃত্যু হৈছিল আৰু তাৰ ঠাইত পুনৰ জন্ম হৈছিল ছায়াদেৱী, নিবেদিতা আৰু কাননদেৱীৰ। প্ৰথম দুই এবছৰ মানুহবোৰে, দৰ্শক আৰু শ্ৰোতাই দুই-এটা কথা কলেও পিছলৈ সকলোৰে মাজত আদৰণীয় আৰু প্ৰিয় শিল্পী, কলাকাৰ নায়িকা সকলোৰে ভাল লগা, ধুনীয়া অপৰূপা হৈ পৰিল। ছায়াদেৱী, নিবেদিতা, কাননদেৱীৰ ৰূপ, সৌন্দৰ্য্য, আৰু অভিনয়ৰ ওচৰত মানুহবোৰ, দৰ্শকৰ পৰাজয় হ'ল আৰু ছায়াদেৱী, নিবেদিতা আৰু কাননদেৱীৰ অভিনীত চিনেমা, থিয়েটাৰ নাটক, নাচ চাবলৈ দৰ্শক চিনেমা হ'লৰ দুৱাৰ ভাঙি সোমাল। চিনেমাৰ টিকটৰ বাবে দৰ্শকে এমাহৰ আগৰ পৰাই হ'লৰ সন্মুখত শাৰীপাতি বৈ অপেক্ষা কৰিব ধৰিলে, এখন টিকট, শ টকা, পাছশ টকা, হেজাৰ টকাত বিক্ৰি হব ধৰিলে। এনেকি ছায়াদেৱীৰ চিনেমা চাবলৈ অসমৰ মানুহ কলিকতালৈ, বোম্বেৰ মানুহ

কলিকতালৈ বেলত উঠি আহিল। বাট-পথ, বাছ-মটৰ, অফিচ-আদালত, স্কুল-কলেজ বিশ্ববিদ্যালয়ত সকলোতে কেৱল অভিনেত্ৰী ছায়াদেৱী, নিবেদিতা আৰু কাননদেৱীৰ বিষয়ে আলোচনা, ৰূপৰ কথা, অভিনয়ৰ কথা। ছায়াদেৱী, নিবেদিতা আৰু কাননদেৱীৰ ৰূপ, গুণ আৰু অভিনয়ৰ কথা, কলাৰ কথা এজনে কয় আন বহুতে তন্ময় হৈ নতশীৰে শুনে। এজনে কয় আন হেজাৰজনে শুনে। ছায়াদেৱী, নিবেদিতা আৰু কাননদেৱীৰ অভিনীত চিনেমা, অভিনয় আৰু ৰূপ চাবলৈ ল'ৰাই স্কুল এৰিলে, কলেজ এৰিলে, চাকৰীয়ালে চাকৰি এৰিলে, দোকানীয়ে দোকান বন্ধ কৰিলে আৰু নতুন প্ৰেমকাক লৈ চিনেমা, থিয়েটাৰ চাবলৈ গ'ল। পঞ্চাছৰ ডেওনা পাৰ হোৱা স্বামী-স্ত্ৰী বিয়াৰ দৰা কইনাৰ সাজপাৰ পিন্ধি ছায়াদেৱীক চাবলৈ গ'ল।

এখনৰ পিছত আনখন ছবি হিট হব ধৰিলে, বিখ্যাত আৰু প্ৰখ্যাত হ'ল, চিলভাৰ জুবুলী, ডায়মণ্ড জুবুলী আৰু গোল্ডেন জুবুলী হবলৈ ধৰিলে। ইখনৰ পিছত সিখন ছবি, চিনেমা প্ৰণবে বনোৱা চিনেমাসমূহ। এইয়া কেৱল মনোৰঞ্জন কৰা চিনেমা নহয় এইয়া আৰ্ট, ক'লা শিল্পীৰ মন প্ৰাণ ঢালি দি আন্তৰিকতাৰে কৰা অভিনয়ৰ ফলত সৃষ্টি হোৱা জীৱন্ত ছবি—মানুহৰ জীৱন-কাহিনী, জীৱনৰ বাস্তৱ ৰূপ। মানুহৰ মুখত কেৱল ছায়াদেৱী, কাননদেৱী, নিবেদিতা আৰু প্ৰণবৰ কথা। প্ৰণব, চিনেমা, ছায়াদেৱী, নিবেদিতা আৰু কাননদেৱীৰ কথা। হেজাৰজনৰ প্ৰাণৰ আপোন, পূজনীয়, মাননীয় সন্মানীয় হ'ল প্ৰণব, ছায়াদেৱী, নিবেদিতা আৰু কাননদেৱী, স্বপ্নভৰা আশাৰ প্ৰেৰণা হ'ল ছায়াদেৱী, নিবেদিতা কাননদেৱীৰ ৰূপ, সৌন্দৰ্য্য অভিনয়। জীৱনৰ এই বাস্তৱ ৰূপ, সৃষ্টি আৰু কলা চিৰন্তন আৰ্ট সময়ে বিলোপ কৰিব নোৱাৰে; সেইয়ে লক্ষজনৰ মনৰ মাজত প্ৰণৱ আৰু ছায়াদেৱী, প্ৰণব আৰু নিবেদিতা, প্ৰণব আৰু কাননদেৱী মহান শিল্পী, মহান আৰু অমৰ কলাকাৰ, ৰূপকাৰ, ৰূপতীৰ্থৰ যাত্ৰী। হেজাৰ দৰ্শক, হেজাৰ জনতাৰ পূজনীয় শিল্পী, স্ৰষ্টা, আনন্দ দিওতা, জীৱন দিওতা, পথ-প্ৰদৰ্শক জীৱনৰ দৰ্শন।

## একৈশ

পৰীক্ষা শেষ হৈছিল। মেডিচিনৰ শেষ পৰীক্ষা দিছিল পৰী আৰু জয়শ্ৰী। দুয়ো মেধাবী, বুদ্ধিমান, সুন্দৰ দেখনীয়াৰ পৰিশ্ৰমী আৰু ডেকা পৰী জয়শ্ৰী

যুৱতী। এম. বি. বি. এছ. পৰীক্ষাত ফাৰ্ষ্ট ক্লাছ পোৱাটো নিশ্চিন্ত, কেৱল সোনৰ পদক পোৱাটো ভাগ্যৰ কথা সৌভাগ্যৰ কথা। একালে পৰী সুশ্ৰী, সুন্দৰ, বুদ্ধিমান, মেধাবী, ভদ্ৰ, চৰিত্ৰবান, পৰিশ্ৰমী, মাৰ্জিত নিৰ্লিপ্ত যাৰ দৃষ্টি কেৱল আকাশৰ নীলাৰ ফালে, তৰাৰ জিলমিল পোহৰৰ পিনে; সন্মুখৰ পিনে সন্মুখৰ দীঘলীয়া বাটৰ পিনে; পিছলৈ কেতিয়াও ওভতি নেচায়, আৰু চাবলৈ সময়ও নাই প্ৰয়োজনো নাই। পৰী কোনো পৰীক্ষাত দ্বিতীয় হোৱা নাই আৰু হবও নোৱাৰে। যিটো বিষয় অন্য ছাত্ৰৰ বাবে বুজিবলৈ, প'ঢ়বলৈ এবছৰ লাগে সেইটো বিষয় পৰীয়ে এদিনতে এবাৰ পঢ়াৰ পিছত জীৱনত আৰু কোনোদিনেই পাহৰি নোযোৱাকৈ মনত ৰাখি দিয়ে, কৈ যায়। যি বিষয় অন্য ছাত্ৰ চাৰি বছৰ পঢ়িব লাগে পৰীয়ে এবছৰতে এটা পৰীক্ষাত শেষ কৰে আৰু তাতো পৰীয়েই প্ৰথম হৈ উত্তীৰ্ণ হয়। সেইয়ে পৰী, মেডিকেলৰ ছাত্ৰ পৰী সকলোৰে প্ৰিয়; ভাল পায় আৰু মৰমৰ। প্ৰফেচাৰ, ডাক্টৰ, নাৰ্চ, চাৰ্জন আৰু ছাত্ৰ-ছাত্ৰী সকলোৰে পৰীক চিনি পায়, ভাল পায়, মৰম কৰে, চেনেহ কৰে; সকলোৰে পৰীৰ নাম জানে আৰু পৰীৰ সান্নিধ্যলৈ আহি কথা-পাতি ভাল পায় কাৰণ, পৰী মেধাবী বুদ্ধিমান সুন্দৰ, সুশ্ৰী, চৰিত্ৰবান আৰু সৰ্বপ্ৰিয় হোৱাৰ বাবে। আৰু পৰীৰ কোনো গৌৰব অহঙ্কাৰ নাই; পৰীৰ মুখত সদায় আনন্দ মিহলি মিচিকি হাঁহি; পৰী সকলোৰে প্ৰতি দয়াশীল, মৰমিয়াল আৰু সহায়ক। সেইয়ে পৰী সকলোৰে মনৰ এটা, মৰমৰ এজন, চেনেহৰ এজন আৰু মেডিকেল কলেজৰ এজন সুছাত্ৰ মেধাবী ছাত্ৰ কলেজৰ সুনাম অনাটো নিচিন্ত।

আনহাতে বাংঢালী চঞ্চলা অনন্যা ৰূপৱতী জয়শ্ৰীয়েও মেধাবী বুদ্ধিমতী। চৰিত্ৰৱতী যুৱতী হোৱা বাবে জয়শ্ৰীৰ কোনো গৰ্ব, অহংকাৰ নাই কাৰো প্ৰতি বেয়া ব্যৱহাৰ নাই। সদায় চঞ্চল অথচ বাংঢালী গাভৰু হোৱা স্বত্বেও জয়শ্ৰী মাটিৰ ফালে, সন্মুখৰ ফালে চাইয়ে খোজ কাঢ়ে পিছলৈ ওভতি নেচায়, চাবৰ সময় নাই আৰু চোৱাও নাই কেতিয়াও। ৰূপৰ চামুচ মুখত লৈয়ে জন্ম জয়শ্ৰীৰ। বেঙ্গলৰ ডুৱাৰ্চত তিনিখন ডাঙৰ চাহ-বাগিছা থকাৰ ওপৰিও কোচবিহাৰৰ ব্ৰাহ্মণবাৰী জমিদাৰী আছে জয়শ্ৰীৰ পিতৃ অনিমেষ বৰুৱাৰ। বংশানুক্ৰমে জমিদাৰী চলাই আহিছে, কৰি আহিছে। আঢ্যৱন্ত, চহকী জমিদাৰৰ একমাত্ৰ নন্দিনী জয়শ্ৰী, যিকোনো কামত, আশা-আকাঙ্খাত পিতৃ হিচাবে অনিমেষ বৰুৱাই কেতিয়াও বাধা দিয়া নাছিল। একমাত্ৰ জীয়েকৰ

মৰমত আপ্লুত হৈ পিতৃচেনেহৰ বন্ধনত আৰু জয়শ্ৰীৰ সুন্দৰ' মুখৰ ফালে চাই একো কব পৰা নাছিল, কব নোৱাৰিছিল। কব নোৱাৰিছিল জয়শ্ৰী ঘিদিনা প্ৰথম পৰীক লগত লৈ ঘৰলৈ আহিছিল। সদায় বাংঢালী চঞ্চলা পৰীয়ে দেউতাকক কলে,

"দেউতা এইয়া পৰী মোৰ ক্লাছফ্ৰেণ্ড, একেলগে মেডিকেল পঢ়ো। আমাৰ বেথ্ ছৰ ফাষ্ট বয়; মোৰ লগত সদায় অহা-যোৱা কৰে, মোক পঢ়ুৱাই দিয়ে, বুজাই দিয়ে এনাটমী মেডিচিন, ডিচেকচন, ভিবিচেকচন; চাৰ্জাৰী জেনেটিক্সৰ কথা আৰু পৰীৰ নোটৰ পৰা মই নোট লিখি লওঁ"।

দেউতাক অনিমেষ বৰুৱাই আনন্দ মিহলি হাঁহি জয়শ্ৰীৰ মূৰত হাত ফুৰাই দি কলে, "পৰীৰ বাবে খোৱা-লোৱাৰ যোগাৰ কৰ। পৰীক গা, পা ধুবলৈ কাপোৰ উলিয়াই দে। বজাৰৰ পৰা মাছ, মাংস, আপেল, আঙুৰ, কিছমিছ, ফল, পেস্তা আখঁৰোট, বাদাম আনিবলৈ দে। ভালকৈ খোৱা-লোৱাৰ দিহা কৰ। প্ৰথমবাৰ আহিছে। আপ্যায়নৰ দিহা কৰ।" চাৰ্চিল চিগাৰেটৰ ধোৱাবোৰ ওপৰলৈ উলিয়াই দি পিতৃ অনিমেষ বৰুৱাই কথাখিনি কলে। জয়শ্ৰীয়ে পৰীক গেষ্টৰুমৰ ফালে লৈ গ'ল, অনিমেষ বৰুৱাই পৰী আৰু জয়শ্ৰীৰ ফালে চাই নিজৰ ডাঠ গোঁফযোৰত আঙুলিৰে বুলাই, চিগাৰেটৰ ধোৱাবোৰ আকৌ ওপৰলৈ এৰি দি সৰুকৈ আনন্দ মিহলি হাঁহি এটা মাৰিলে।

ৰৌ মাছৰ ভজা, ঘণ্ট, কুৰমা, পোলাও, দৈ-ক্ৰীম আৰু বহুত কিবাকিবি খোৱা হৈছিল। এটাৰ পিছত আনটো বস্তু পৰীৰ কাঁহীত জয়শ্ৰীয়ে নিজেই দিছিল আৰু একেলগে একেখন ডাইনিং টেবুলত বহি নিজেও খাইছিল।

জয়শ্ৰীৰ দেউতাৰ কলিকতাৰ ওপৰিও দাৰ্জিলিঙত এটা প্ৰাসাদ আছে। গৰমৰ দিনত বিশেষকৈ বাৰিষা বহাগৰ পৰা দুৰ্গাপূজাৰ আগলৈকে পৰিয়ালৰ মানুহবোৰ দাৰ্জিলিঙত থাকে, কটায়। প্ৰায়বোৰ আভিজাত্য, আঢ্যৱন্ত আৰু চহকী জমিদাৰ পৰিয়ালবোৰৰ সকলোৰে কলিকতা আৰু দাৰ্জিলিঙত বাসভৱন আছে অট্টালিকা আছে। গৰমৰ দিনত দাৰ্জিলিঙত থাকে। দুৰ্গাপূজাৰ আগে আগে কলিকতালৈ, কলিকতাৰ বাসভৱনলৈ আহে, দুৰ্গাপূজা পাতে আৰু দুৰ্গাপূজাৰ পিছত জমিদাৰী মাটিৰ খাজনা উঠোৱা কামত কৰ্মচাৰীসকলৰ লগত সহযোগ কৰে, চোৱাচিতা কৰে। ঘোঁৰা আৰু হাতীৰ পিঠিত উঠি জমিদাৰী চাবলৈ যায়। গাঁৱে গাঁৱে প্ৰজা, ৰায়তৰ লগত কথা পাতিবলৈ যায়,

লগ ধৰিবলৈ যায় আৰু যায় নতুন খাচ মাটি, চৰ-চাপৰি অনাবাদি মাটিত নতুন বায়ত আৰু প্ৰজা বহুৱাবলৈ, মাটি পট্টন দিবলৈ।

দুই দিনৰ পিছৰ কথা।

দুৰ্গাপূজালৈ আৰু মাত্ৰ দহদিন বাকী। পহিলা শৰতৰ ফৰকাল বতৰ, মুক্ত আকাশ, নীলা আকাশ। দুই এচপৰা শুকুলা উৰণীয়া ডাৱৰে নীল আকাশৰ বুকুত সিঁচৰিত হৈ আকাশখন বিচিত্ৰ, মোহনীয়া আৰু ভাল লগা কৰি তুলিছে, প্ৰাণোচ্ছল কৰি তুলিছে। বাতিপুৱাৰ দাৰ্জিলিঙৰ ধূসৰ পাহাৰ পৰ্বতবোৰ আৰু মনোমহা হৈ পৰিছিল। বগা স্বচ্ছ বৰফে পাহাৰবোৰ ঢাকি ধৰিছিল। কেবল সেউজীয়া চিৰিষ গছৰ লানি নিছগা শাৰীবোৰ থিয় দি আছিল। বৰফ আৰু ডাঠ কুঁৱলী মিহলি, শীত মিহলি বতাহজাক বলিছিল গা-মন ভাল লগাকৈ।

বাতিপুৱা চাহ-জলপান আৰু ব্ৰেকফাষ্ট কৰাৰ পিছত দেউতাক অনিমেষ বৰুৱাই জয়শ্ৰী আৰু পৰীক উদ্দেশ্য কৰি কলে,

"মই আজিয়ে কলিকতালৈ যাম। দুৰ্গাপূজা কলিকতাত পাতিম আৰু পূজা চাম। তোমালোক দুজন আছা ভালেই হ'ল। দুয়ো কিছুদিন ইয়াতে থাকা। পূজাৰ বন্ধৰ পিছত কলেজ খুলিলে যাবাগৈ।" আৰু লগে লগে অনিমেষ বৰুৱা কলিকতালৈ বাওনা হ'ল। ঘৰটোত কেবল বৈ গ'ল জয়শ্ৰী বৰুৱা আৰু পৰী, পৰী আৰু জয়শ্ৰী। দুয়ো মেডিকেলৰ ফাইনেল পৰীক্ষাৰ্থী। দুয়ো মেধাবী, বুদ্ধিমান, ধুনীয়া, চহকী জমিদাৰৰ সন্তান। দুয়োৰে ওপৰত লক্ষ্মী, স্বৰস্বতী, দুৰ্গাদেবীৰ আশীৰ্বাদ আছে। দুটা কেঁচা যৌবন কল্পনা আৰু স্বপ্ন বিভোৰ আনন্দমধুৰ জীৱন। আনহাতে দুটা অবুজ মানব শিশু, যিয়ে প্ৰেম আৰু ভালপোৱা নিবেদন কৰি ধন্য হয়, সুখী হয়, আনন্দিত হয়। পৰীয়ে জয়শ্ৰীৰ চকু মুখলৈ চাই কব পাচৰ জয়শ্ৰীয়ে কি বিচাৰে; জয়শ্ৰীৰ ৰূপ সৌন্দৰ্য্য, যৌবনে কি বিচাৰে। পৰীৰ হাতৰ কোমল পৰশত জয়শ্ৰীৰ মন কেনেকুৱা লাগে, অন্তৰআত্মা, হৃদয়ে কি বিচাৰে। পৰীয়ে জয়শ্ৰীক এক মুহূৰ্ত নেদেখিলে পৰীৰ গা-মন কেনেকুৱা লাগে সেইয়া কেবল পৰীয়ে জানে, জয়শ্ৰী নহলে পৰীয়ে একো কৰিব নোৱাৰে, কথা পাতিব নোৱাৰে, শুব নোৱাৰে, পঢ়িব নোৱাৰে খাব নোৱাৰে। ডেকা পৰীয়ে নিজেই কব নোৱাৰে জয়শ্ৰী নহলে বেয়া লগাৰ কাৰণ; নেদেখিলে দুঃখ লগাৰ কাৰণ। পৰীয়ে জয়শ্ৰীক যিমানবাৰ দেখিছে

শৰীৰ সেইবাৰেই এনেকুৱা লাগে যেন জীৱনত এইবাৰেই জয়শ্ৰীক প্ৰথম লগ পাইছে, প্ৰথমবাৰৰ বাবে অনন্যা ৰূপত দেখিছে যে ৰূপৰ বৰ্ণনা দিবলৈ আৰু কৰিবলৈ শৰীৰ ভাষা নাই, শৰীয়ে লিখি বৰ্ণনা কৰিব নোৱাৰে। কল্পনা আৰু বৰ্ণনা কৰিব পাৰি দেৱী সৰস্বতী, লক্ষ্মী, গৌৰী, দুৰ্গাৰ ৰূপৰ, স্তনৰ, গা গঠনৰ সৌন্দৰ্য্যৰ। কিন্তু জয়শ্ৰীৰ ৰূপৰ বৰ্ণনা দিব নোৱাৰি, কল্পনা কৰিব নোৱাৰি, কিয়নো জয়শ্ৰী বাস্তৱ, শাশ্বত, অনন্যা অতুলনীয় অদ্বিতীয় ৰূপৰ অধিকাৰিণী, যি ৰূপৰ কল্পনা নাই। জয়শ্ৰীৰ ৰূপ, সৌন্দৰ্য্য গুণ ভগবানে স্বয়ং নিজ হাতেৰে ঢালি দি নিজৰ হাতৰ কোমল পৰশ দি বনাইছে সজাইছে, যি ৰূপৰ তুলনা নাই আৰু পৃথিৱীৰ সৃষ্টিৰ আদিৰে পৰা আজিলৈকে জয়শ্ৰীৰ দৰে সুন্দৰী গাভৰু, ৰূপৱতীৰ জন্ম হৈছিলনে জনা নেযায় আৰু কোনো কিতাপত নাই, বুৰঞ্জীত নাই, কোনো লোককথা, জনশ্ৰুতি, কিম্বদন্তীত নাই। জয়শ্ৰীৰ গাৰ ৰঙ, দেহৰ গঠন, কণ্ঠস্বৰ, চকুৰ চেলাউৰি, হাতৰ নখ, আঙুলীৰ প্ৰত্যেকৰে একোটা স্বকীয়া ৰূপ আছে, সৌন্দৰ্য্য আছে। দীঘল জোঙা আঙুলীৰ, হৰিণীৰ দৰে চকু দুটা, মাত কথা, ব্যৱহাৰ বুদ্ধিমত্তা, খোজকাটল; পিন্ধন উৰন, স্তনযুগলৰ যৌৱনৰ প্ৰত্যেকৰে নিজা নিজা ৰূপ আছে অনন্যা আকৰ্ষণ আৰু আৰু প্ৰতিশ্ৰুতি আছে। কোনোবাই জয়শ্ৰীক চাই ৰব লাগিব।

"সুকেশী, সুদন্তা, মধ্যক্ষীণা
নোমৰাজি কান্তা, হৰিণী নয়না
পদ্মিনী, কামিনি জগত শ্ৰেষ্ঠা ৰমনী"।

এইবোৰ অনন্যা গুণৰ, ৰূপৰ অধিকাৰিণী জয়শ্ৰীৰ সান্নিধ্যত অহা শৰীয়ে কব নোৱাৰাকৈয়ে জয়শ্ৰীৰ ওচৰ চাপি গৈছিল, কাষ চাপি গৈছিল আৰু কব নোৱাৰাকৈয়ে অজানিতে সুন্দৰী গাভৰু যুৱতীৰ ওচৰত নতশীৰে যোৱাটো যৌৱনকালৰ অন্যনাম ভাল পোৱা, প্ৰেম শৰীয়েও জয়শ্ৰীক ভাল পাইছিল আৰু জয়শ্ৰীয়েও ভাল পাইছিল দুটা কেঁচা অম্লান যৌৱন। যি জীৱনৰ ভূমিকা কেৱল ভাল পোৱা আৰু প্ৰেম, যি প্ৰেম, আনন্দৰ সীমাহীন সেইয়া লৈয়েই জয়শ্ৰী আৰু শৰী, শৰী আৰু জয়শ্ৰী নিবিড়ভাবে সঙ্গোপনে দুটা উত্তপ্ত যৌৱন ওচৰ চাপি গৈছিল বাধাহীন দ্বিধাহীনভাবে। এই ভাল পোৱা, মিলন আৰু প্ৰেমক কোনেও বাধা দিব পৰা নাছিল আৰু দিয়াও নাছিল; জয়শ্ৰী আৰু শৰীৰ প্ৰেমৰ কোৱাল খৰস্ৰোতা সোঁত

চঞ্চলা নিজৰা হৈ বৈ গৈ গৈ উপনৈত ভটিয়াইছিল—প্ৰবাহিত হৈ চিৰ প্ৰবাহিত হৈ।

* * * * * * *

দিনৰ দিনটো ঔদাহে বৈদাহে, পাহাৰ পৰ্বত, পাহাৰৰ মাজৰ একা বেঁকা, ওখ, বৰফে ঢাক খাই থকা, চাপৰ পাহাৰবা, পৰ্বতীয়া বাট পথবোৰ, পৃথিৱীৰ ভূস্বৰ্গ প্ৰাকৃতিক দৃশ্যৰে ভৰপুৰ আৰু মনোৰম চিৰ-সেউজীয়া দাৰ্জিলিং চহৰত ঘুৰি-ফুৰি পৰী আৰু জয়শ্ৰী কিছু ক্লান্ত হৈছিল যদিও দুয়ো মুকুলিমুৰীয়া আৰু যৌৱনৰ আহ্বানত ঘুৰি-ফুৰি বিমল আৰু অফুৰন্ত আনন্দিত হৈছিল। সুখী হৈছিল, যি আনন্দ আৰু ভাল লগাৰ, ভোগ বিলাসৰ ভাষা বৰ্ণনা পৰীৰ মুখতো নাছিল জয়শ্ৰীৰ মুখতো নাছিল। প্ৰেমৰ ভাষা নাই, ভূমিকা নাই, আৰম্ভণি আছে হয়তো শেষ নাই—চিৰন্তন পৱিত্ৰ আৰু স্বাগত।

## বাইশ

শেষ ৰাতি, তিনিটা বাজি গৈছিল। পুব আকাশত উজ্জ্বল আৰু ৰঙীন হৈ ভোটাতৰা ওলাইছিল। পুব আকাশৰ পৰা এন্ধাৰবোৰ ভোটা তৰাৰ পোহৰত কিছু পাতলিছিল। শান্ত, পৱিত্ৰ আৰু ভাল লগা ব্ৰহ্মমুহূৰ্তৰ শুভ আৰম্ভণি হৈছিল। দূৰৈৰ মন্দিৰত শঙ্খ, ঘণ্টা, কাঁহ, ডবা বাজি উঠিছিল—মঙ্গলবাদ্য বাজিছিল আৰু দুই-চাৰিজন পুৰোহিত বোৱতী নৈৰ পৰিষ্কাৰ নিৰ্মল পানীত স্নান কৰি গা মন পৱিত্ৰ কৰি ফুল লৈ মন্দিৰৰ ফালে খোজ লৈছিল। এইয়ে শুভ সময় ভগবান ঈশ্বৰক বিচাৰি পোৱাৰ আকুতি মিনতি আৰু নতশীৰে প্ৰাৰ্থনা কৰাৰ সময়, পৰম দয়ালু করুণাময়ৰ পৰা দয়া আৰু পাপ-তাপৰ পৰা পৰিত্ৰাণ পোৱাৰ সময়—মুক্তি বিচৰাৰ সময়।

দাৰ্জিলিঙৰ পাহাৰবোৰত তেতিয়া বগা বৰফবোৰত গোট খাইছিল। চাৰিও-ফালে কেৱল বগা, স্বচ্ছ বৰফ আৰু বৰফৰ পাহাৰ, শুকুলা পাহাৰ আৰু নামনি বোৰত চিৰ সেউজীয়া পাতৰ চিৰিষ, দেবদাৰু গছবোৰ শাৰী-শাৰীকৈ থিয় দি আছে—কোনোবা মহান কলাকাৰ শিল্পীৰ হাতৰ কোমল পৰশত অঙ্কিত হোৱা

এখনি ছবি, আৰ্ট। নামবিহীন শিল্পীৰ হাতৰ যাদুকৰী পৰশত সৃষ্টি হৈছে এই মনোৰম বিনন্দীয়া আৰু বিচিত্ৰ ধৰা বসুন্ধৰা। প্ৰতি প'ল, প্ৰতি মুহূৰ্ত, দিনত, ৰাতি, মাহত বছৰত ইয়াৰ ৰূপ সলনি হয়—নতুন হৈ পৰে, বিচিত্ৰ হৈ পৰে ভাল লগা আৰু আপোন হৈ পৰে।

প্ৰকৃতিৰ এই বিনন্দীয়া বিচিত্ৰ ৰূপ শোভা. মনোৰম আৰু মনমোহা দৃশ্য দাৰ্জিলিঙৰ টাইগাৰ হিলছৰ পৰা ৰাতি কিছু ভাটী দিয়াৰ পিছত চাবলৈ আৰু মনোৰম হৈ পৰে, অতুলনীয় হৈ পৰে। বৰফ ঢকা পাহাৰৰ তলৰ পৰা সূৰ্য্য উদয় হোৱা দৃশ্য চাবলৈ আৰু উপভোগ কৰিবলৈ পৰী আৰু জয়শ্ৰী গৈছিল। শীতকাল হোৱা বাবে কিছু বৰফ পৰিছিল আৰু পাতল বতাহজাকৰ লগত বৰফবোৰ উৰিছিল। বতৰৰ লগত মিলাই পৰীয়ে পিন্ধিছিল উলৰ ফুল চুয়েটাৰ, তাৰ ওপৰত শিয়ালৰ ছালৰ চাইনিজ জেকেট এটা আৰু মূৰত উলৰ টুপি। সেইদৰে জয়শ্ৰীয়েও উলৰ ফুল চুয়েটাৰ, শিয়ালৰ ছালৰ জেকেট আৰু মূৰত ছালৰ টুপি এটা। ভৰিৰ পৰা মূৰলৈ গোটেই শৰীৰ আবৃত। কেৱল ওলাই আছিল জয়শ্ৰীৰ ধুনীয়া মৰম লগা বগা মুখখন কোনোবা দেৱীৰ মুখৰ দৰে। পৰী আৰু জয়শ্ৰী, জয়শ্ৰী আৰু পৰী গাত গালগাকৈ হেঁচাদি বহিছিল আৰু পৰীৰ হাতৰ মুঠিত জয়শ্ৰীৰ কোমল আৰু বগা ধুনীয়া হাতখন সুমুৱাই লৈ দুয়ো নিৰৱচ্ছিন্ন হৈ সূৰ্য্য উঠাৰ দৃশ্য উপভোগ কৰিছিল, চাই আছিল। প্ৰকৃতিৰ এই অনন্ত শোভা সীমাহীন, অপূৰ্ব সৃষ্টি বিচিত্ৰ আৰু সীমাহীন কৌতুহলৰে ভৰা নতুনত্বৰে ভৰা···।

জয়শ্ৰী আৰু পৰী, পৰী আৰু জয়শ্ৰী তন্ময় হৈছিল, আত্মবিভোৰ হৈছিল। সৃষ্টিৰ মনোমহা দৃশ্যত দুয়ো আপ্লুত হৈছিল। বিমল আৰু অহেতুক আনন্দত আত্মহাৰা হৈ নিজকে পাহৰি গৈছিল অজানা আৰু বুজিব নোৱাৰা, বৰ্ণনা দিব নোৱাৰা আনন্দত, পুলকত।

দিনবোৰ পাৰ হৈছিল।

মাহ পাৰ হৈছিল।

জয়শ্ৰী আৰু পৰী, পৰী আৰু জয়শ্ৰী দুটা যৌৱন, কেঁচা আৰু অম্লান যৌৱনৰ যুৱক-যুৱতী আদিম মানৱশিশু গুহাৰ পৰা ওলাই আহি কামনা-বাসনাত লিপ্ত হৈছিল, প্ৰেম আৰু ভালপোৱা লৈ দুয়ো আৰু ওচৰ চাপি গৈছিল। এই ভাল পোৱাত কোনো উন্মাদনা, কৃত্ৰিমতা নাছিল। প্ৰবঞ্চনা

ছলনা নাছিল—আছিল কেৱল জোনৰ পোহৰৰ দৰে স্নিগ্ধ, পবিত্ৰ আৰু নৱজাত শিশুৰ হাঁহিৰ দৰে নিষ্পাপ স্বৰ্গীয়। মেডিকেলৰ জটিল আৰু তত্ত্বগধুৰ বিষয়বোৰ কঠোৰ পৰিশ্ৰম আৰু অধ্যয়ন কৰিব লগা হৈছিল। চেক্স, জেনেটিক্স, বিভিন্ন চেকচ ডিচেকচনৰ বিষয়ে পৰীয়ে কৈছিল জয়শ্ৰীয়ে শুনিছিল, জয়শ্ৰীয়ে বুজি নোপোৱা অধ্যায় পৰীয়ে বুজাই দিছিল মৰমেৰে, আত্মীয়তাৰে আৰু আন্তৰিকতাৰে। পৰীয়ে বুজাই দিয়াৰ ওপৰিও নোট লিখি দিছিল, জয়শ্ৰীয়ে একেথৰে পৰীৰ সুন্দৰ, ধুনীয়া মুখখনলৈ নিচেই কাষত বহি, কাষৰ চকীখনত বহি, গাত হেঁচাদি বহি লৈ বাধাহীন, দ্বিধাহীনভাৱে আৰু আনন্দ মিহলি সীমাহীন কৌতূহল হৈ: কেতিয়াবা শুক্লপক্ষৰ, জোনাক নিশাৰ ৰাতিৰ আৰু কেতিয়াবা শাওনৰ জৰ জৰ বৰষুণ পৰি থকা ৰাতিৰ প্ৰাণময়তাক সাৱটি।

দিনবোৰ আৰু আগুৱাইছিল সন্মুখৰ ফালে। মেডিকেলৰ শেষ পৰীক্ষা দি নিজৰ ঘৰত যোৱাৰ আগতে পৰীয়ে জয়শ্ৰীক দেখা কৰিবলৈ গৈছিল, মাত লগাবলৈ গৈছিল আৰু জয়শ্ৰীৰ কথা পেলাব নোৱাৰি পৰীয়ে ৰাতিটো জয়শ্ৰীৰ ঘৰত ৰৈ গৈছিল। সেইদিনা ৰাতি জয়শ্ৰীয়ে পৰীৰ লগত আছিল জয়শ্ৰীয়ে পৰীক বাৰে বাৰে চুমা খাইছিল। উত্তপ্ত কোমল ওঠ দুটাৰে পৰীৰ ওঠত হেঁচি ধৰিছিল আৰু পৰীৰ লগত কায়িক মিলনত মিলিত হৈছিল—এবাৰ, দুবাৰ, পুনৰবাৰ। পৰী আৰু জয়শ্ৰী আনন্দত আত্মহাৰা হৈছিল।

পিছদিনা পৰীয়ে ওঠত জয়শ্ৰীৰ গোলাপী গালৰ মদিৰা লৈ কিছু ক্লান্ত হৈ বিষণ্ণ হৈ ঘৰমুৱা হৈছিল—নিজৰ ঘৰলৈ।

* * *

পৰী ফাৰ্ষ্ট ক্লাচ ফাৰ্ষ্ট আৰু জয়শ্ৰী ফাৰ্ষ্ট ক্লাছ চেকেণ্ড হৈ মেডিকেল পাচ কৰিছিল, দুয়ো ডাক্তৰ হৈছিল। ডাঃ হৈছিল পৰী, ডাক্তৰ হৈছিল জয়শ্ৰী চৌধুৰী, খুব আনন্দিত হৈছিল জয়শ্ৰী আৰু পৰী; ডাক্তৰ পৰী, ডাক্তৰ জয়শ্ৰী চৌধুৰী। ৰিজাল্ট ওলোৱাৰ এমাহৰ পিছত পৰী আৰু জয়শ্ৰী মেডিচিনৰ স্পেচিয়েলিষ্ট পঢ়াৰ বাবে এফ. আৰ. চি এছ. ডিগ্ৰীৰ বাবে লণ্ডনলৈ যোৱাৰ বাবে সকলো দিহা যা-যোগাৰ কৰি দিন বাৰও ঠিক কৰা হৈছিল। মন্দিৰত পূজা-পাতল দিয়া হ'ল আৰু সকলোৰে পৰা বিশেষকৈ বন্ধু, বান্ধৱ, আত্মীয়-স্বজন আৰু শুভকাংক্ষী প্ৰফেচাৰ, ডাক্তৰৰ দিহা-পৰামৰ্শ আৰু আশীৰ্বাদ লোৱা হ'ল।

সকলোৱে ভাল পালে, শুভ কামনা, আশীষ, মৰম আৰু আন্তৰিকতাৰে উৎসাহ, উদগনি দিলে—উন্নতি কামনা কৰিলে।

লণ্ডনত যোৱাৰ বাবে আৰু কেৱল সাত দিন বাকী।

বাট-পথবোৰ শুকান আৰু বতৰ ফৰকাল। আকাশ নিৰ্মল আৰু দুই এচপৰা উকণীয়া বগা মেঘৰ চপৰাই নীলা আকাশৰ বুকুত উৰি ফুৰিছিল, উপঙি ফুৰিছিল।

দিনৰ দিনটো ভালেই আছিল, ৰাতি কিছু হোৱাত ঘৰৰ চাকৰ আৰু অন্য কাম কৰা মানুহ চিঞঁৰ-বাখৰ, কন্দা-কটা কৰিবলৈ আৰম্ভ কৰিলে। চাৰিওফালৰ পৰা মানুহ আহি ঘৰ ভৰি পৰিল। সকলোৰে মুখত কেৱল একেটা শব্দ "কাৰ কি হ'ল, ঘটনাটোনো কি?" চাৰিওফালে চিঞৰ, হুৰাদুৰ, বিননি আৰু সকলোৰে বৰ উদ্বিগ্ন, উৎকণ্ঠা হৈ লৰি আহিল। সকলোৱে পৰীক বিচাৰিলে ডাক্টৰ পৰীক বিচাৰিলে। খবৰ পাই পৰী লৰি আহিল। কিন্তু পৰী অহাৰ আগতে সকলো শেষ। পৰীৰ দেউতাক হাৰ্টফেল কৰি মৃত্যুবৰণ কৰিলে। ইয়াতেই সকলো শেষ নহল, এই ঘটনাৰ ঠিক পোন্ধৰ দিনৰ পিছত পৰীৰ মাকৰ মৃত্যু হৈছিল। পৰী মাক-দেউতাকৰ একমাত্ৰ সন্তান আৰু ল'ৰা আৰু, সেইয়ে পৰী মাক-দেউতাকৰ অতি মৰমৰ, চেনেহৰ আৰু বৰ আশাৰ আছিল। পৰী উপযুক্ত হৈছিল, ডাক্টৰ হৈছিল, পৰীৰ পিতৃ-মাতৃ বৰ সুখী হৈছিল—পৰীৰ উন্নতিৰ বাবে, সাফল্যৰ বাবে।

ইয়াৰ পিছত আৰু এটা শোকাকুল ঘটনা ঘটিছিল। পৰীৰ দেউতাৰ কাজ-কৰ্ম শেষ কৰাৰ আগতেই মাকৰ মৃত্যু হৈছিল। আৰু মাকৰ মৃত্যুৰ পিছত শোকাকুল পৰী দুঃখত ভাগী পৰী পিতৃমাতৃহাৰা পৰী দাৰ্জিলিঙলৈ যোৱাৰ বাবে, জয়শ্ৰীৰ ওচৰত যোৱাৰ বাবে ঠিক কৰিলে। কিন্তু যোৱাৰ দুই দিন আগত জয়শ্ৰী বিশ্ববিদ্যালয় আৰু কলিকতা মেডিকেল কলেজৰ পৰা লণ্ডনত যোৱাৰ বাবে, পৰী আৰু নিজৰ চাৰ্টিফিকেট সমূহ লৈ ঘৰমুৱা হৈছিল। দাৰ্জিলিঙলৈ ওভটিছিল আৰু শিলগুৰিৰ পৰা দাৰ্জিলিঙলৈ নিজৰ গাড়ীৰে গৈ থাকোতে, মটৰ দুৰ্ঘটনাত জয়শ্ৰীৰ মৃত্যু হয়। জয়শ্ৰীৰ দেহ টুকুৰাটুকুৰ হৈ পাহাৰৰ তললৈ সৰি পৰে।

পৰীক মৰম কৰিব পৰা, শান্তনা দিব পৰা আৰু মৰম আৰু প্ৰেমেৰে বুকুৰ মাজত সুমুৱাই লৈ গালে মুখে চুমা খাই শান্তনা দিবলৈ, জীয়াই ৰাখিবলৈ পৰীৰ

কোনো নেথাকিল আৰু নাছিল। সকলো হেকৰাই পিতৃ-মাতৃ আৰু জয়শ্ৰীক হেৰুৱাই দুঃখৰ বোজা কঢ়িয়াই পৃথিৱীত জীয়াই থাকিল কেৱল পৰী, অকলশৰীয়া হৈ। প্ৰকৃততে জয়শ্ৰীক ভাল পোৱা পৰীৰও মৃত্যু হৈছিল—জীয়াই আছিল কেৱল পৰীৰ দেহটো, শৰীৰটো আৰু পৰীৰ নামটো।

সকলো শেষ হোৱাৰ পিছত, সৰ্বশ্ৰান্ত পৰী কেইদিনৰ বাবে ঘৰতে আছিল ব্যথিত হৈ শোকাকুল হৈ। এদিন দেউতাকৰ কমটোৰ ভিতৰত থকা টেবুলৰ ড্ৰয়াৰত এখন চিঠি পালে, চিঠিৰ তাৰিখ আৰু আখৰ চাই দেখিলে চিঠিখন লিখি শেষ কৰাৰ পিছত দেউতাকৰ অসুখ হৈছিল, পোষ্ট কৰিবলৈ হয়তো পাহৰি গৈছিল আৰু হয়তো সময় হোৱা নাছিল। বৰ উৎকণ্ঠা আৰু উদ্বিগ্ন হৈ পৰীয়ে চিঠিখন খুলিলে আৰু পঢ়িলে :

তাৰিখ ৬।৬।৫৩ইং

মৰমৰ পৰী, 'ৰতনপুৰ'

মোৰ মৰম লবি। আমি কুশলে আছোঁ। আশা কৰো ঈশ্বৰৰ কৃপাত তোৰ ভাল। তোৰ মাৰ গা ভালে আছে।

এই চিঠিখন এটা বিশেষ কাৰণত লিখিলো। মোৰ বয়স হৈছে, ঘৰৰ ইমানবোৰ কাম চম্ভালিব পাৰিলেও মই অকলে কৰাটো টান হৈ পৰে, ভাগৰ লাগে। জমিদাৰী ভাৰত চৰকাৰে অধিগ্ৰহণ কৰিছে ; ক্ষতিপূৰণৰ টকা কেইলাখমান পাম। সেইয়ে বিলাতৰ পৰা অহাৰ পিছত মই তোক সকলো দায়িত্ব দিব খুজিছো, লিখি দিব খুজিছো। আৰু বিয়াৰ পিছত জয়শ্ৰীক লৈ আমাৰ অট্টালিকাত থকাটোকে বিচাৰিছোঁ ; বিচাৰিছোঁ জমিদাৰী চোৱাটো, প্ৰজা, ৰায়ত, খেতিয়ক সকলক চোৱাটো। তোৰ মতামত সোনকালে জনাবি।

তোৰ দেউতাৰ

চিঠিখন পঢ়ি থাকোতেই পৰীৰ চকুলো ওলাইছিল। হুক হুককৈ কান্দি উঠিছিল। পৰীৰ অন্তৰাত্মা ভাগি পৰিছিল, চাৰিওফালে কেৱল এন্ধাৰ দেখিছিল। পৰী আৰু পৰীৰ ভৰিৰ তলৰ পৰা পৃথিৱী খহি পৰিছিল। এই বিশাল পৃথিৱীত অগনন মানুহৰ মাজত পৰী বৰ অকলশৰীয়া হৈ পৰিছিল, পৰিচিতৰ পৰা অপৰিচিতলৈ, নিশ্চয়তাৰ পৰা অনিশ্চয়তালৈ সোমাই পৰিছিল। এই পৃথিৱীত পৰীৰ কোনো নাই আৰু নাছিল মৰম কৰিবলৈ,

শান্তনা দিবলৈ, আপোন বুলিবলৈ। পৃথিৱীৰ বুকুত পৰী বৰ অকলশৰীয়া, শোকাকুল, ব্যথিত, ভাবাক্ৰান্ত হৈ পৰিল। জীয়াই থাকিল বেদনাক্লিষ্ট সৰ্বশ্ৰান্ত অন্য এক পৰী, অঘৰী আত্মাৰ, ডাক্তৰ পৰীৰ।

* * * * *

এই ঘটনাবোৰ এটাৰ পিছত আনটো ডাঃ বিমল চৌধুৰী এনিমাক কৈ গ'ল এটাৰ পিছত আনটো। ডিচপেনচাৰীৰ ওচৰতে থকা সৰু অথচ ধুনীয়া ঘৰটাৰ ড্ৰইংৰুমত ডাঃ বিমল চৌধুৰীৰ নিচেই কাষত বহি এনিমাই কথাবোৰ তন্ময় হৈ ডাঃ বিমল চৌধুৰীৰ মুখৰ ফালে একেথৰে অপলক দৃষ্টিৰে চাই শুনি গৈছিল।

বাহিৰত তেতিয়া শেষ হেমন্তৰ স্নিগ্ধ জোনাক নিশা আৰু জোনাকৰ ৰূপালী পোহৰ খোলা খিৰিকীখনেৰে ৰুমটোৰ ভিতৰত সোমাই আহিছিল, আৰু শান্ত, মৃদু পোহৰৰ কিছু অংশ এনিমা আৰু বিমলৰ গাত বিয়পি পৰিছিল। খিৰিকীৰ ওচৰতে ফুলি থকা ৰঙা গোলাপৰ ভাল লগা সুবাস ৰুমটো আৰু সুবাসিত কৰি তুলিছিল, ভাল লগা কৰি তুলিছিল।

বাহিৰত গভীৰ ৰাতিৰ শান্ত নিৰৱতা, শেষ হেমন্তৰ ৰাতিৰ নিৰৱতা আৰু প্ৰাণময়তাক সাবটি পৃথিৱীৰ ক্লান্ত মানুহবোৰ শুই পৰিছিল। কতো, কেনিও সাৰ সুৰ নাই, কোলাহল নাই, হাই উৰুমি নাই।

অলপ সময় দুয়ো নিৰৱ।

কথাখিনি কোৱাৰ পিছত ডাঃ বিমল চকু দুটা বাষ্পকুল হৈ সেমেকি আহিছিল, পাহাৰৰ পৰা বৈ অহা নিজৰাৰ দৰে লোতক বৈ আহিছিল। এনিমাৰ চকু দুটাও সেমেকি আহিছিল। ডাঃ বিমল চৌধুৰী বহাৰ পৰা উঠিল আৰু এনিমাৰ একেবাৰে ওচৰত গৈ থোকাথুকি মাতেৰে আৰু প্ৰায় চিঞৰিয়ে কৈ উঠিল :

"সেই পৰী নামৰ ডাক্তৰ জনেই মই, মোৰ দেউতা ৰতনপুৰৰ জমিদাৰ আৰু মহান কলাকাৰ শিল্পী আৰু মোৰ মা ছায়াদেৱী আগৰ ৰাণীৰ গলিৰ চম্পা।'[১] বিমলৰ কথাবোৰত কৰুণ কান্দোন অসহায়ৰ সুৰ নিহিত হৈ ওলাইছিল। দুয়ো কিছু সময় নিৰৱ।

এনিমা বিমলৰ মুখৰফালে একেথৰে চাই থাকিল যদিও এনিমা একো কৰ পৰা নাছিল। শান্তনা দিব পৰা নাছিল।

বিমল কিছু সময়ৰ পিছত পুনৰ কৈ গ'ল :

"তাৰ পিছত মই কলিকতালৈ আৰু কোনোদিনেই যোৱা নাই। জয়শ্ৰীৰ মৃত্যুয়ে মোৰ সকলো ৰাস্তা বন্ধ কৰি থৈ গৈছে। জয়শ্ৰীৰ বাবেই মই কতো যাব পৰা'নাই। জীৱনৰ বাকী দিনকেইটা কটাবলৈ দেউতাৰ শেষ ইচ্ছামতে মই ৰতনপুৰত ৰৈ গলো, ৰৈ গলো দেউতাৰ প্ৰজা, ৰায়ত, সকলৰ লগত।

এনিমা বহাৰ পৰা উঠি দিলে আৰু বিমলৰ মূৰত হাতখন আলফুলে ফুৰাই দি বিমলক সাবটি কৈ উঠিল :

"দুঃখৰ কঢ়িয়াব নোৱাৰা বোজা মোৰ জীবনতো আছে সেই কথা মই অন্য এদিন আপোনাক কম। এই পোৱা নোপোৱাটোৱেই জীৱন, জীৱনৰ অন্য নাম। আৰু লগে লগে এনিমাই বিমলক আৰু খুব জোৰেৰে নিজৰ বুকুৰ মাজত সাবটি ধৰিলে।"

তেতিয়া ৰাতি শেষ হৈ আহিছিল। বাহিৰত কাহিলী কাহিলী পুৱাৰ আগ জাননী। ফুলিথকা তগৰ আৰু গুলচজোপাৰ তলত ফুলবোৰ সৰি পৰি শুভ্ৰ হৈ পৰিছিল আৰু আন্ধাৰৰ মাজতো বগা ফুলবোৰ সুউজ্জ্বল হৈ থকা দেখা গৈছিল আৰু শেষ ৰাতিৰ কুঁৱলী মিহলি মৃদু বতাহজাকৰ লগত ফুলৰ সুবাস চৌদিশে বিয়পি পৰি সুবাসিত কৰি তুলিছিল, ভাল লগা কৰি তুলিছিল। এনিমা আৰু বিমল, বিমল আৰু এনিমা বহাৰ পৰা উঠিছিল, দুয়ো কমটোৰ বাহিৰলৈ ওলাই আহিল। পূব আকাশ তেতিয়া ৰঙা হৈছিল, ভোটাতৰা উদয় হোৱাৰ আগজাননী দিছিল আৰু এক শুভ ব্ৰহ্মপুৱাৰ আৰম্ভনী হৈছিল।

# তৃতীয় খণ্ড

## তেইশ

দেউতাৰ পিন্ধনত সদায় এটা খদ্দৰৰ পায়জামা পাঞ্জাবী আৰু মূৰত খদ্দৰৰ কংগ্ৰেছী টুপী। এই পৰিধানত দেউতাক মই বুজি পোৱা দিনৰ পৰাই দেখিছো আৰু এইযোৰ কাপৰ পিন্ধিয়েই দেউতাই সকলো ঠাইত গৈছিল। দেউতাই নিজৰ জীৱনতকৈ ভাল পাইছিল কংগ্ৰেছক, কংগ্ৰেছৰ হকে কাম কৰি আৰু জনগণৰ বাবে কাম কৰি। নিজৰ সৰ্বোচ্চ দি কংগ্ৰেছৰ লগত নিৰবচ্ছিন্ন-ভাবে দেশসেৱা, সমাজসেৱা, জনগণৰ সেৱা আৰু দেশৰ স্বাধীনতা আন্দোলনৰ এজন আগৰনুৱা মুক্তিযোদ্ধা আৰু কৰ্মী আছিল।

১৯৪২ চনত আন্দোলনৰ সময়ত দেউতা চফল ডেকা আৰু গুৱাহাটী চহৰৰ বিখ্যাত উকিল। অন্যান্য ভাৰতীয়ৰ লগত দেউতাও স্বাধীনতা আন্দোলনত জপিয়াই পৰিল আৰু ভাৰত স্বাধীন কৰাৰ বাবে নিজৰ সকলো ত্যাগ কৰিলে।

১৯৪৭ চনত ভাৰত স্বাধীন হ'ল। পণ্ডিত জৱাহৰলাল নেহৰু ভাৰতবৰ্ষৰ প্ৰধান মন্ত্ৰী হ'ল। মুক্তি যোদ্ধা হিচাবে; সংগ্ৰামী আৰু আন্দোলনকাৰী হিচাবে দেউতা পবিত্ৰ বৰুৱা দেশৰ পৰা একো নিবিচাৰিলে, নললে। দেউতাৰ মতে দেশসেৱা কৰাৰ বাবে, দেশৰ পৰা, দেশবাসীৰ পৰা নিজৰ পেটৰ বাবে, ব্যক্তি স্বাৰ্থৰ বাবে, নিজৰ জীৱনৰ সুখ শান্তিৰ, সমৃদ্ধিৰ বাবে লোৱাটো মহাপাপ। দেউতা জনগণৰ এজন হৈ জনগনৰ লগত মিলি সাধাৰণ জীৱন যাপন কৰিলে। মন্ত্ৰী. এম এল. এ., এম. পি. নহল। দেশ আৰু পাৰ্টিৰ কাম দেউতাই নিজৰ বাবে একো নকৰিলে সৰ্বোচ্চ দেশৰ বাবে দান কৰিলে। নিজে এজন ভাল সাহিত্যিক হোৱা বাবে লিখা কিতাপবোৰৰ পৰা পোৱা ৰয়েলটীৰ পইচাৰে দেউতা আৰু মোৰ জীৱনযাপন হৈছিল। দেউতাৰ কথা হ'ল "পেটটোৰ বাবে দুখন ৰুটি হলেই হ'ল আৰু দুখনতকৈ বেছি খাবও নোৱাৰি। যিখন দেশত লাখ লাখ জনতাই কেৱল এসাজ খায়, এখন কাপোৰ

শিক্ষে, সেইখন দেশৰ কেইজনমান চহকী আৰু আভিজাত্যৰ জীৱন যাপন কৰাটো সামাজিক অপৰাধ, অধৰ্ম।"

সেইবাৰ মই বি. এ. পৰীক্ষা দি দেউতাৰ লগত গুৱাহাটীৰ ভাৰাঘৰত আছিলো। দেউতাৰ মই একমাত্ৰ সন্তান আৰু ছোৱালী হোৱা বাবে দেউতাই মোক নিজৰ জীৱনতকৈও বেছি মৰম কৰিছিল—ভাল পাইছিল। মোৰ তিনি বছৰ বয়সতে মাৰ মৃত্যু হৈছিল। মই যাতে মাকৰ মৰমৰ অবিহনে মনত কোনো অভাব, দৈন্য অনুভৱ নকৰো তাৰ বাবে দেউতাই সকলো কৰিছিল, দেউতাই দ্বিতীয় বিয়া নকৰলে।

বি. এ. পৰীক্ষাৰ পিছত মোৰ বিয়াৰ দিন ঠিক কৰা হৈছিল- ই. এ. চি. নবীন বৰুৱাৰ লগত। বিয়াৰ সকলো যা-যোগাৰ কৰা হৈছিল। বিধে বিধে কাপোৰ, গহনা, অলঙ্কাৰ অনা হ'ল। নাৰীৰ জীৱনত বিয়াৰ দিনটো কিমান স্বপ্নৰ, কল্পনাৰ, মৰমৰ আৰু ভাল লগাৰ তাক কেৱল নাৰীৰ কোমল অন্তৰে জানে যিটো ভাষাৰে বুজাই কব নোৱাৰি। কোৱাটো টান, বৰ্ণনা কৰাটো অসম্ভব। নাৰীৰ জীৱনত সকলোতকৈ আনন্দৰ, উল্লাসৰ, হেপাহৰ আৰু ডাঙৰ দিনটো হ'ল বিয়াৰ দিনটো, প্ৰণয়ৰ দিনটো। কইনা সাজি বিয়াৰ ৰভাৰ তলত বহাটো, মনত দৰাজনৰ ৰূপ-গুণৰ হেজাৰ কল্পনা কৰাটো সুখ, আনন্দ আৰু প্ৰেমৰ বাস্তৱ জীৱনত পোৱাটো—সুখৰ দাম্পত্য জীৱন অতিবাহিত কৰাটো।

কল্পনা, বাসনা আৰু আনন্দত মোৰ মন ভৰি পৰিছিল, নাচি উঠিছিল, বিয়ালৈ আৰু কেইদিন বাকী। বিয়াৰ যা-যোগাৰ ইতিমধ্যে কৰা হ'ল। যাক মাতিব লাগে, নিমন্ত্ৰণ কৰিব লাগে কৰা হ'ল। বন্ধু-বান্ধৱ, বান্ধৱী, চিনাকী অচিনাকী আলহি আহি ঘৰ ভৰি পৰিল, ঘৰখন উৎসৱমুখৰ হৈ পৰিল আৰু ভাগে ভাগে মানুহবোৰ আলহি-অতিথিসকলে যাৰ যি কাম কৰিব লাগে কৰি গৈ থাকিল। সকলোৱে ব্যস্ত। সকলোৱে আন্তৰিকতাৰে আনন্দিত হৈ কামবোৰ কৰি গৈ থাকিল আৰু ঠিক সময়তে সকলো যা-যোগাৰ হৈ পৰিল। কইনা সাজিবলৈ গাত মাহ হালধিৰ ৰঙ সানি দিয়া হৈছিল আৰু জীৱন ৰঙিন কৰাৰ যিটো প্ৰতিজনী যুৱতীৰ স্বপ্নবিভোৰ জীৱনৰ ধৰ্ম, জীয়াই থকাৰ শক্তি আৰু প্ৰেৰণা মোৰও অন্তৰত জাগি উঠিছিল—উৎপন্ন হৈছিল জীৱনৰ সেই আদিম কামনা-বাসনাৰ।

বিয়াৰ আগদিনা ৰভা তৰা হৈছিল, ৰঙা নীলা লাইট জ্বলি উঠিছিল। ঘৰত মানুহৰ সমাগম আৰু হৈছিল, আত্মীয়-স্বজন, জ্ঞাতি-কুটুম সকলো আহিছিল। ছেহনাই, বেণ্ডপাৰ্টিৰ মঙ্গলবাদ্যই, মধুৰ শব্দই বিয়াঘৰ ৰজন জনাই উঠিছিল, আনন্দমুখৰ হৈ পৰিছিল।

আৰু মাজ ফাগুনৰ বতৰ হোৱা বাবে বতৰ ফৰকাল আছিল। পলাশ আৰু কৃষ্ণচূৰা, ৰাধাচুৰাৰ ফুলবোৰ তেজৰঙা হৈ ফুলিছিল। মেঘমুক্ত নীলা আকাশৰ বুকুত দুই এচপৰা উৰণীয়া ডাৱৰে আকাশখন আৰু ধুনীয়া প্ৰাণ-প্ৰাচুৰ্য্যৰে ভৰা ভাল লগা কৰি তুলিছিল, বিনন্দীয়া কৰি তুলিছিল।

বেলি পৰি আহিছিল, পশ্চিম আকাশৰ বহু তললৈ লহিয়াইছিল, অজনা অফুৰন্ত আনন্দত মোৰ গা মন ভাল লাগি গৈছিল, দুক দুককৈ কঁপিছিল। ৰাতি পুৱালে বিয়াৰ দিন, দৰা আহিব মোৰ বিয়া হব। পুষ্পাবৃত গাড়ীত দৰা সাজি আহিব নবীন বৰুৱা, লগত আহিব দৰাৰ বন্ধু আৰু লগৰীয়াসকল, দৰাৰ গাড়ীৰ আগে পিছে শাৰী শাৰীকৈ গাড়ী আহিব ৰঙা, নীলা, সেউজীয়া বগা ৰঙৰ গাড়ী।

শেষত গাড়ী এখন আহিছিল বিয়াৰ আগদিনা গধূলি। আৰু গাড়ীৰ পৰা নামি আহিছিল দুজন মানুহ-দৰাৰ ডেকা বন্ধু। ডেকা দুজনে এখন চিঠি আনি মোৰ হাতত দিছিল। তেতিয়া ৰভাৰ ৰঙা, নীলা লাইট জ্বলি চাৰিওফালে পোহৰ হৈছিল। বাহিৰত ৰাতি আৰু আগ ৰাতিৰ এন্ধাৰ। ডেকা দুজন চিঠিখন মোৰ হাতত দি একো নকৈ, নেমাতাকৈ পুনৰ গাড়ীত উঠি গুচি গৈছিল। দৰা ঘৰৰ মানুহ আৰু লগতে এখন চিঠি, খবৰ পোৱাৰ লগে লগে সকলো মানুহ লৰি আহিছিল, সকলোৰে উৎকণ্ঠা, উদ্বিগ্ন হৈ পৰিছিল আৰু সকলোৰে লৰি আহি মোৰ ওচৰ পাইছিল। চিঠিখন মইয়ে পঢ়িছিলো:

এনিমা, তাং ২।৬।৫৭ ইং

চিঠি লিখা বাবে আচৰিত নহবা। ৰাতিপুৱালে বিয়াৰ দিন, প্ৰনয়ণৰ দিন। সেইবাবেই আজি চিঠি লিখিলো। তোমাৰ গাত ছাগেমাহ হালধিৰ ৰঙ লাগি আছে? তুমি খুব আনন্দিত হৈছা ছাগে।

এই চিঠি লিখাৰ প্ৰয়োজন নাছিল তথাপি লিখিলো, লিখিলো এই কাৰণেই যে হাজাৰ হওক তুমিও এজনী গাভৰু আনহাতে কোমল অন্তৰৰ ধুনীয়া ছোৱালী আৰু মইও এজন শিক্ষিত যুবক হাকিম।

এতিয়া আচল কথালৈ আহো। কেইদিনমানৰ আগতে মোৰ লগৰ হাকিম মিছ মধুৰিমা বৰুৱা চৰকাৰী কামৰ বাবে নাহৰণী গাওঁলৈ গৈছিলো আৰু

বাতি ফজিৰ মাষ্টৰৰ ঘৰত থাকিব লগা হৈছিল। ফজিৰ মাষ্টৰ মানুহজনক খুব ভাল লাগিল। ভাল লাগিল তেওঁৰ ব্যৱহাৰ আৰু আমাক কৰা সেৱা-শুশ্ৰূষা বাবে। অন্য কথাৰ লগতে তোমাৰ কথা, তোমাৰ দেউতাৰ কথা, তোমাৰ মা ফজিৰ মাষ্টৰৰ ভনীয়েক বুলিও জানিলো। আৰু এইটোও জানিলো তোমাৰ মা মুছলমান ছোৱালী, নাম নুৰজাহান বেগম তোমাৰ দেউতা পবিত্ৰ বৰুৱাৰ লগত বিয়া হৈছিল। আৰু এইটোত জানিলো তোমাৰ দেউতা পবিত্ৰ বৰুৱা স্বাধীনতা আন্দোলনত যোগ দিয়াৰ বাবে, খুন লুট আৰু বৃটিছ অফিচাৰ হত্যা কৰা বাবে বৃটিছ চৰকাৰৰ ফালৰ পৰা গ্ৰেপ্তাৰী পৰোৱান জাৰি হৈছিল; পুলিচৰ হাতৰ পৰা নিজকে ৰক্ষা পাবলৈ তোমাৰ দেউতা নাহৰণী গাওঁলৈ পলাই আহিছিল। আৰু এইটোও শুনিলো তোমাৰ দেউতা গাৱেঁ-গাৱেঁ, প্ৰান্তৰে, প্ৰান্তৰে ঘূৰি ফুৰি অসমৰ বাইজৰ মাজত স্বাধীনতাৰ আন্দোলনৰ বিষয়ে মানুহবোৰক জগাই তুলিছিল আৰু মানুহবোৰক পবিত্ৰ আন্দোলনত জপিয়াই পৰিবলৈ উদগনি আৰু উৎসাহ দিছিল। নাহৰণী গাওঁত থাকোতে তোমাৰ দেউতা ফজিৰ মাষ্টৰৰ ভনীয়েক নুৰ জাহানক লগ পায় আৰু বিয়া কৰায় আৰু দুয়ো আন্দোলনত যোগ দিয়ে। কিন্তু বিয়াৰ ছয় মাহৰ পিছত তোমাৰ জন্ম হয়, যিটো দেখ দেহকৈ অবৈধ আৰু জাৰজ। তোমাৰ প্ৰকৃত পিতৃ পবিত্ৰ বৰুৱা যে অন্য কোনোবা পুৰুষ এই কথাৰ সত্যতা ক'বো ওচৰত নাই আৰু নাই প্ৰকৃততে তোমাৰ জন্ম হিন্দুৰ ফালৰ পৰানে মুছলমানৰ ফালৰ পৰা হৈছে এই ঘটনা আৰু সত্যৰ বিষয়ে এতিয়াও ৰহস্য হৈয়ে আছে।

আৰু এইখিনিতে এইটোও জনাও যে যোৱা কালিয়ে মেজিষ্ট্ৰেট মিছ মাধুৰিমা বৰুৱাৰ লগত মোৰ বিয়া হৈ গ'ল। অহা কালি আমি হানিমুন লৈ যাম কাশ্মীৰ আৰু নেপাললৈ। মোক প্ৰৱঞ্চনা আৰু ছলনা কৰি বিয়া হবলৈ ওলোৱা দেখি মই কেৱল আচৰিত হোৱাই নহয় এইটোও বুজিলো মানুহ নিজৰ ব্যক্তি স্বাৰ্থৰ বাবে কিমান তললৈ নামিব পাৰে, নিচ হব পাৰে। চিঠি নি দলেও হ লহেতেন—মানৱতাৰ খাতিৰত দিলো আৰু জনালো।

শ্ৰীনবীন বৰুৱা ই. এ. চি

এই চিঠি পোৱাৰ পিছত সকলো শেষ হৈছিল। দুই দিনৰ পিছত দেউতাই হাৰ্টফেল কৰি মৃত্যুবৰণ কৰিছিল। এই পৃথিৱীত মোৰ আৰু

কোনো নেথাকিল, মোৰ হাতত ধৰি মৰম কৰিবলৈ, চকুপানী মচি দিবলৈ, মূৰত হাত ফুৰাই মৰম-চেনেহ কৰিবলৈ। মই মূক হৈ জীয়াই থাকিলো, একেবাৰে অকলশৰীয়া হৈ, মোৰ ভৰিৰ তলৰ পৰা পৃথিৱীখন কেতিয়াবাই খহি পৰিছিল, সুলকি পৰিছিল আৰু বাগৰি নপৰাকৈ মেঘাচ্ছন্ন আকাশৰ তলত জীয়াই আছোঁ।

এই ঘটনাৰ পিছদিনাই অন্য গত্যন্তৰ নেপাই মই ফজিৰ মামাৰ ঘৰলৈ গুচি আঁহো। এতিয়া ফজিৰ মামাই মোৰ সকলো, এই পৃথিৱীত ফজিৰ মামাই মোৰ মা, বাবা, আগপিছ, বৰ্তমান আৰু ভৱিষ্যত, আশ্ৰয়, নিৰাপত্তা দিওতা মৰম চেনেহ কৰোতা।

হেড মিছট্ৰেছ এনিমাই নিজৰ চেয়াৰত বহি নিজৰ জীৱনৰ ঘটনা আৰু কথাবোৰ কৈছিল আৰু ডাক্টৰ বিমল চৌধুৰী টেবুলৰ সন্মুখত বহি শুনি গৈছিল একেথৰে এনিমাৰ ধুনীয়া লান মুখখনলৈ চাই। সদায় বস্তৰৰ লগত মিলাই সাজপাৰ পিন্ধা এনিমাই পিন্ধিছিল মুগাৰ ৰিহা-মেখেলা আৰু কাণত সোনৰ জাপি আৰু ডিঙিত জোনবিৰি। এনেয়ে ধুনীয়া এনিমা মুগাৰ ৰিহা মেখেলা পিন্ধাৰ পিছত আৰু অনন্যা ধুনীয়া হৈ পৰিছিল। মূৰৰ চুলিত খুঁচি লোৱা বগা খঁৰিকাজাই ফুলৰ সুবাসে কমটো সুবাসিত কৰি তুলিছিল।

বাহিৰত তেতিয়া পহিলা বহাগৰ মৃদু পাতল বতাহজাক নিৰবে বৈ আহিছিল। কেইদিনমান আগতে বহাগৰ টান বৰষুণ জাক পৰিছিল আৰু সকলো ঠাইতে কেৱল কেঁচা ঘাঁহ বনবোৰ গজি উঠিছিল। গছত সেউজীয়া কোমল কুঁহিপাত ওলাইছিল। নৈ নিজৰাত ন-পানীৰ সোঁত বাগৰিছিল, গছৰ কুঁহিপাত, কৃষ্ণচূৰা ৰাধাচূৰা ফুলৰ মাজত বহি কুলী-কেতেকীয়ে বিনন্দীয়া গীতৰ লহৰ তুলিছিল। স্কুলৰ বাহিৰৰ আকাশৰ সীমাহীন পথত সখিয়তী চৰাই গীত গাই উৰি গৈছিল আনন্দমনে।

এনিমাৰ হাতত নিজৰ হাতখন সুমুৱাই দি ডাঃ বিমল চৌধুৰী আৰু এনিমা স্কুলৰ পৰা ওলাইছিল। বাহিৰত তেতিয়া গধূলিৰ শান্ত ৰঙীন আকাশ। স্কুলৰ গেট পাৰ হৈ দেখিলে বাহিৰত বৈ আছে ফজিৰ মাষ্টৰ আৰু নাহৰণী গাওঁৰ বয়োজেষ্ঠ লোকসকল। সকলোৱে এনিমা আৰু ডাঃ বিমল চৌধুৰীক আশীৰ্বাদ দিছিল। দোৱা দিছিল। ৰাইজেই বিয়াৰ দিন ঠিক কৰিছিল।

পূব আকাশত কিছু সময়ৰ পিছত শুক্লপক্ষৰ জোনটো উজ্বল হৈ ওলাইছিল

আৰু ওলাইছিল অগণন তৰা। শুক্লপক্ষৰ জোনৰ স্নিগ্ধ ৰূপালী পৱিত্ৰ পোহৰ, শান্ত আৰু নিৰ্মল পোহৰ পৃথিৱীৰ চৌদিশে বিয়পি পৰিছিল।

আৰু এই পোহৰৰ মাজে মাজে সন্মুখৰ ফালে খোজ ললে বিমল আৰু এনিমা সীমাহীন আনন্দ লৈ।

টোকা:

সহায় লোৱা কিতাপ আৰু প্ৰতিবেদন সমূহ তলত উল্লেখ কৰা হ'ল—


1. A study of the land systems of North Eastern Region, Vol—I by Shri J. N. Das I. A. S. ( Retd. ) Director, Law Research Institute, Eastern Region, Gauhati High Corut.

2. A History of Assam—E. A. Gait.

৩। বস্ত্ৰপীঠত এভূমুকি - এ, চৰকাৰ।

৪। কোচবিহাৰৰ ইতিহাস—এ. আহম্মদ খান চৌধুৰী।

৫। Census report of Assam—1923.

৬। Report on Assam—A. J. Moffat Mills.

৭। জমিদাৰীকালীন গোৱালপাৰা জিলাৰ অৰ্থ সামাজিক অৱস্থা —ডঃ অমলেন্দু গুহ।

৮। অসম বুৰঞ্জী—হলিৰাম ঢেকিয়াল ফুকন।

৯। বৰাক, সুইত আৰু ইছলাম—মেদিনী মোহন চৌধুৰী।


সমাপ্ত